# শতঘ্নী

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য



মিত্ৰ এজেন্সি এণ্ড কোং
তিনিচুকীয়া : অসম

শতঘ্নী ( উপন্যাস )

প্ৰথম প্ৰকাশ :
আগষ্ট, ১৯৬৫ চন

প্ৰকাশক :
শ্ৰীনৰেন্দ্ৰ নাথ দাস
মিত্ৰ এজেঞ্চি এণ্ড কোং
ডিব্ৰুগড়, অসম

বেটুপাতৰ শিল্পী :
হেমন্ত মিত্ৰ

মুদ্ৰক :
শ্ৰীসুকুমাৰ চৌধুৰী
বাণী-শ্ৰী প্ৰেছ
৮৩বি, বিবেকানন্দ ৰোড,
কলিকতা-৬

**মূল্য : তিনি টকা পঞ্চাশ পইচা**

## ॥ জুনা ॥

মনৰ একো স্থিৰতা নাছিল। বৰ অকলশৰীয়া অনুভৱ কৰিছিলোঁ। । এফালে এই সমাজে প্ৰকাশৰ স্বাধীনতা ৰক্ষাৰ পুৰস্কাৰ দিলে পদচ্যুতি। তেতিয়া হে বুজিলো। স্বাধীনতাৰ আন এটা নাম নিবনুৱা হোৱা। হাতত কাম নাছিল। এদিন দুপৰীয়া ওলালহি কুলদা ভট্টাচাৰ্য্য, আন এদিন ফণী তালুকদাৰ। এওঁলোক তেতিয়াও ৰেডিঅ'তে আছে। সেই বন্ধন। কথা হ'ল। এদিন দেখা হ'ল ষ্টেশ্যন ডিৰেক্টৰ শ্ৰীগোপাল দাসৰ লগত। চাৰি চকুৰ বিনিময় ঘটিল। দেখিলোঁ। সহানুভূতিৰ ফল্গু বৈছে। আৰু কথা কবৰ দৰকাৰ নহল।

দেখিলোঁ। ষ্টেশ্যন ডিৰেক্টৰৰ কমৰপৰা দুয়ো কাষে ভাহি থকা শ্যামলী ধৰা। জাতি তেতিয়া লাঞ্ছিত। সকলো শিল্পীৰ চকুত ক্ৰোধ। গোপাল দাসে কথাবাৰ কলে। শলাগিলোঁ। । কফি খালোঁ। । অলপ প্লটৰ কথা আৰু অলপ ৰচনা কৌশলৰ কথা আলোচনা কৰিলো। । ভাবিলোঁ। মানুহ ভাল।

'শতঘ্নী'ৰ জন্ম হ'ল আঠোটা গণ্ডত। ৰেডিঅ'ৰ দ্বাৰা প্ৰচাৰিত হ'ল ফণী তালুকদাৰৰ কণ্ঠত। শ্ৰোতাসকলে কি পালে শ্ৰোতাসকলে জানে। মোৰ বাবে এই লেখা এটি পৰীক্ষা—মৰমৰ প্ৰতিদান। এটি ঈক্ষণ।

তাৰ পিছত গোপাল দাসৰ আহিল ট্ৰেন্সফাৰ অৰ্ডাৰ। গোটেই পৰিয়ালটোকে ভাল লাগিছিল সেই বিদায়ৰ কালছোৱাত। শেহত ঘৰিণী গ'লগৈ, গৃহস্থ ৰ'ল অকলশৰে এমাহ। গোপাল দাসে আৰু এটা প্ৰস্তাৱ কৰিলে। 'ধৰ্ম্মযুগ'ৰ সম্পাদক ধৰমবীৰ ভাৰতীলৈ চিঠি দিলে। বন্দবস্ত হ'ল হিন্দী অনুবাদৰ। এছিটেণ্ট ষ্টেশ্যন ডাইৰেক্টৰ অৱণী দাসৰ লগত বহি আঙ্গুৰি ক্ষণৰ সদ্ব্যৱহাৰ কৰিলে। প্ৰস্তুত হ'ল হিন্দী পাণ্ডুলিপি। তাৰ পিছত তেওঁৰ যোৱাৰ দিন চমু চাপি আহিল। চাহৰ মেলত আৰম্ভ হ'ল শুধৰণি। অনুবাদৰ শুধৰণিৰ কালছোৱাত মূৰ্ত্ত হৈ উঠিল সেই আৱেগ, সেই আগ্ৰহ, ভাৰতীয় সাহিত্যবিলাকৰ মাজত আদান-প্ৰদান বঢ়োৱাৰ।

এতিয়া 'শতঘ্নী' ধৰ্ম্মযুগত ওলাই আছে। মোৰ মনত পৰিছে সেই দুজন মানুহৰ কথা। এতিয়া আনন্দ লাগিছে। মানুহক প্ৰণাম জনাইছোঁ। এনে আনন্দ-কেইজনে পায়? মন কৰিছোঁ দুষ্কৃতিৰ শক্তিবোৰে আপোনাক যিমান জোৰেৰে আঘাত কৰে, সিমান জোৰেৰে আপোনাৰ প্ৰাণত ভাৰসা দিয়েহি সংস্কৃতিৰ শক্তিবোৰে। এই শিক্ষা ফিজ্জ দি নেপায়, শ্ৰেণীতো ধৰা নিদিয়েহি। ধৰমবীৰ ভাৰতীৰ লগত চিনাকি হৈছিল ১৯৫৬ চনত। ৰেডিঅ' কৰ্ত্তৃপক্ষই পঢ়িবলৈ নিদিয়া 'নাগিনীৰ চিঠি' নামৰ এটি কবিতাৰ বিপৰ্য্যয়ৰ সংবাদ পাই। সেই চিনাকি সহধৰ্ম্মীৰ আৰু আনন্দৰ যাত্ৰীৰ চিনাকি। এই চিনাকি অতি গভীৰ। মচ নেখায়।

আমি সকলো লিপ্ত। এটা ডাঙৰ সাধনাত লিপ্ত। মাজে মাজে অনুভৱ হয় নিজৰ ব্যৰ্থতা, নিজৰ নিঃকিনতাৰ কথা। যিসকলে আত্ম-সমালোচনা কৰে তাৰ বাবে সমালোচনাৰ ভয় নেথাকে। মোৰো সেই ভয় নাই। এটা ডাঙৰ সাধনাই আমাক বচাই ৰাখিব। আমি বাচি থাকিম। শতঘ্নীয়ে আত্মাৰ নিধন কৰিব নোৱাৰে।

অসমীয়া 'শতঘ্নী'ৰ দুই এটা কথা সলাইছোঁ। ৰেডিঅ'ৰ পাণ্ডুলিপিৰ লগত দুই এটা অমিল আছে, অৱশ্যে সামান্য অমিল।

১।৬।৬৫ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য

॥ এক ॥

মই দাড়ি খুৰাইছিলোঁ। দৰাৰ বাপেক সাজি-কাচি থকা ভাল বুলি বিমলাই এই মাত্র কৈ গৈছে। ঘৈণীয়ে দুৱাৰডলিৰ ওপৰত আমপাত আঁৰিছে। মাঙ্গলিক কাৰ্য্যৰ বাবে মতা সত্ত্বেও ওচৰ-চুবুৰীয়া তিৰোতাবোৰ অহা নাই, নহাৰ কাৰণ, আমি ব্রাত্য। যিবোৰ অতি সাহসী আৰু আগৰণুৱা সেইবোৰহে আহিছে।

জোৰোণৰ বাবে অলঙ্কাৰ গোটাই আনিছে আথেয়ে—মানে বিমলাৰ গিৰিয়েকে।

আথেয়ে গাড়ী এখন যোগাৰ কৰি আনিছে, ৰজতক ষ্টেশ্যনৰপৰা আনিবৰ বাবে। ট্রেইনলৈ অৱশ্যে এতিয়াও চাৰি ঘণ্টা সময় আছে। জোৰোণ ইবেলা পঠিওৱা হব বুলি ছোৱালীৰ ঘৰলৈ ইতিমধ্যে খবৰ পঠিওৱা হৈছে। জোৰোণত মই আৰু বিমলা যাম বুলি ভাবিছোঁ। মানুহ বেছি নাই। গাঁৱৰ ঘৰৰপৰা কোনো অহা নাই। মিতিৰ-কুটুমবোৰৰো কোনো খা-খবৰ নেপাওঁ। সিইঁতেও আমাৰ পৰিয়ালটোক এঘৰীয়া কৰি থৈছে, মোৰ বিয়াৰ দিন ধৰি। তাৰ কাৰণ জানিবলৈ আপোনালোক উৎসুক হৈ আছে, কিন্তু ৰ'ব, ধৈৰ্য্য ধৰকচোন। বিয়াখন হৈ যাওক।

তেনেতে সিটো ঘৰত আথেই আৰু বিমলাই কথা পতা শুনিলোঁ। প্ৰথমতে গুণ্‌গুণনি, তাৰ পাছত কথাৰ ঝন্‌ঝননি কাণত পৰিল। দাড়ি খুৰোৱা শেষ কৰি বেৰৰ দাঁতিত বৈ শব্দবোৰ কাণেৰে গ্ৰহণ কৰিবলৈ চেষ্টা কৰিলোঁ। একো ধৰিব নোৱাৰিলোঁ। তাৰ পিছত অসন্তুষ্ট-চিত্তে সোমালোঁ বাথ-ৰুমত। মই গৰম পানীৰে গা ধোওঁ, বিশেষকৈ জাৰৰ কেইদিন। কিন্তু দেখিলোঁ, ৰুমত পানী নাই। খং উঠি ঘৈণীক ভিতৰৰপৰাই চিঞৰি কলোঁ, "বোলো, গৰম পানী ক'তা?"

ঘৈণীয়ে আমপাত আঁৰা কাম এৰি দুৱাৰৰ ওচৰত মুখখন থৈ কলে— "বোলো টেঁটুফালি চিঞৰিছে কেলেই? সতৰামে খৰি ফালি শেষ কৰা নাই, শেষ কৰিলেই পানী দিবহি।"

ঘপকৰে পিতাইলৈ মনত পৰিল, ককালৈ মনত পৰিল। তাহানিখন সকতে দেখিছিলোঁ গা ধোৱা গৰম পানী দিয়া অলপ পলম হলেই গালিত কুকুৰ-পিঠা কৰিছিল মাক আৰু আইতাক। ভাগ্যে সেই গালি-শপনি পৰা শক্তিৰ মই উত্তৰাধিকাৰী নহলোঁ। মনৰ খং মনতে মাৰ নিয়াই, চুৰিয়াখনৰ ওপৰত গেঞ্জিটো গাত আঁটি পিন্ধি, পুনৰ চ'ৰাঘৰলৈ ওলাই গলোঁ।

দেখিলোঁ বিমলা অকলে থিয় দি আছে, আথেই নাই। এখন খবৰ-কাগজ পৰি আছে। তুলি ললোঁ। দেখিলোঁ বৰ বৰ আখৰেৰে তাত লিখিছে, চীনাসকলৰ আক্ৰমণৰ সম্ভাৱনাৰ কথা।

কৌতূহল হ'ল। পঢ়ি দেখিলোঁ, উত্তৰ-পূৰ্ব্ব সীমান্ত অঞ্চল আৰু লাডাখত চীনাৰ টিঘিলঘিলনি বাঢ়িছে, সৈন্যৰ সংখ্যা বঢ়াইছে, মেক-মোহন সীমা ৰেখাৰ দাঁতিয়ে দাঁতিয়ে ডাঙৰ লৰী অহা-যোৱা কৰিব পৰা আলিবাট বন্ধাইছে, আৰু সমগ্ৰ তিব্বত জুৰি ভালেমান উৰা-জাহাজ উঠা-নমাৰ ঠাই সাজিছে।

বিশ্বাস নহল, কাগজখন দলি মাৰি দি বিমলাক কলোঁ,— "কাগজবোৰে বিক্ৰী বঢ়াবৰ বাবে খালি মিছা কথা লিখে।"

বিমলাই মোৰ মুখলৈ চাই কলে—"সঁচা দেউতা, মিছা কথা কিয় হব।"

মই এখন আৰামী চকীত বহি পৰিলোঁ। কিন্তু বিমলা উঠিল। দেখিলোঁ তাইৰ মুখখন মৰি গৈছে। পূৰ্ণঘটৰ দৰে চপ্‌চপীয়া এজনী গাভৰু ছোৱালী, বাংঢালা স্বভাৱ, শৰতৰ আকাশৰ দৰে নিৰ্ম্মল আৰু ফৰকাল চেহেৰা, পুৱাৰ ৰ'দজাকৰ দৰে হাঁহিময় ওঁঠ। তাইৰ মুখমণ্ডলত এই বিমৰ্ষতা কিয়? হাঁহি-মাতি, নাচি-বাগি ফুৰা পখিলা এটা হঠাতে নিস্তব্ধ হৈ ফুল এটাত পৰি বলে যেনেকুৱা অস্বস্তিবোধ কৰোঁ, তেনেকুৱা ভাব হ'ল। কলোঁ—"বিমলা, উঠিলি যে, কিবা আছে নেকি?"

"আছে দেউতা। জোৰোণৰ কাপোৰ-কানিবোৰ থানথিত লগাই বাকচত ভৰাব লাগে।"

"অ' ভাল কথা আই, যা।"

বিমলা গুচি গ'ল। চ'ৰাঘৰটোৰ এদাঁতিত দেউতাৰ এখন প্ৰকাণ্ড অঁকা ছবি আছে—হোজা মানুহ যদিও দাড়িয়ে-গোঁফে চমৎকাৰ আছিল। সদায় চিলিম মুখত দি ধপাত হোপে। পিন্ধনত এখন তিয়নী ধুতি। গাত জাৰ-জহতো কেৱল এখন গামোচাত বাদে আন একো নাথাকে। বৰ নৈষ্ঠিক ভকত, তিনি প্ৰসঙ্গ কৰিহে জা-জলপান বা ভাত-পানী গ্ৰহণ কৰে। তিনিজনী বিয়া কৰাইছিল দেউতাই, দুজনীৰ মূৰ খালে, শেহৰজনী তিৰোতা এজন সমনীয়া বন্ধুৰ জীয়েক। এই ষোড়শী মাহী ঘৰলৈ অহাৰ পিছত দেউতা এনে নিৰ্লজ্জভাৱে তেওঁৰ প্ৰতি আসক্ত হবলৈ ধৰিলে যে শেহত গৈ আমি লৰা-ছুৱালিবোৰে মাহীয়তীৰ কষ্ট ভালকৈয়ে ভুগিলোঁ। ধুমধাম কাম কৰোৱায় আমাৰ হতুৱাই। ময়েই আছিলোঁ ডাঙৰ আৰু বুজন। বাকী তিনিটা আছিল সৰু। মই পঢ়া-শুনা কৰি ঘৰৰ কাম-বন কৰিবলৈ হেলা কৰা নাছিলোঁ, কিন্তু এদিন বাহী শোটাটো নি পাকঘৰৰ ভিতৰ সুমুৱা দায়ত মুমলীয়া ভাই বাপুকণক লবেজান হোৱাকৈ পিটা দেখি মোৰ অসহ্য

হ'ল, আৰু মাহীক উধাই-মুধাই গালি পাৰি তাক লৈ আহিলোঁ টানি। গধূলি মহাভাৰত গোটেইখনেই হ'ল; কথা বঢ়াই বঢ়াই লগাওঁতে দেউতাই ওলোটা বুজিলে। মোক ধৰি ফলা খাৰবে ভালকৈ এপিটন দিলে আৰু তাৰ পিছতো মুখ বজোৱা দেখি কুঠাৰখন লৈ খেদি আহিল। সেই যে দৌৰি আহিলোঁ, আহিলোঁৱেই। তেতিয়াই আহি যুদ্ধৰ চিপাহীৰ কামত ভৰ্ত্তি হলোঁ। আমাৰ গাঁৱৰ মানুহবোৰৰ মিলিটাৰীত যোৱা চখ আগৰেপৰাই আছিল।

বহুত বছৰলৈ ঘৰ নেদেখিলোঁ। ছুটীত আহিলেও তিনিচুকীয়া চহৰত থাকোঁ, ঘৰলৈ নেযাওঁ। ইতিমধ্যে অৱশ্যে বছৰ খুব খৰ গতিৰে আগবাঢ়ি গৈছিল। দেউতাৰ শ্বাসৰোগ হৈছিল, আৰু বুঢ়া হৈ অহাৰ লগে লগে অকামিলা হৈ গৈছিল। তেনে অৱস্থাতে এদিন মাহী ঘৰৰপৰা মাকৰ ঘৰলৈ পলাই গুচি গ'ল। ভাগ্যে ভাই দুটা ডাঙৰ হৈছিল, সিহঁতে দেউতাক প্ৰতিপাল কৰিছিল। মই অৱশ্যে এটা কাম কৰিছিলোঁ, ঘৰলৈ মাহে মাহে দুই-এপইচা পঠিয়াই আছিলোঁ।

যোৱা মহাযুদ্ধৰ সময়ত মই নায়ক হলোঁগৈ, আৰু বাৰ্ম্মা যুদ্ধত অটব্য হাবিত জাপানী পেট্ৰল পাৰ্টি এটাক অতৰ্কিতে ধৰা পেলাই বন্দী কৰাৰ বাবে ভাল পুৰস্কাৰো পালোঁ, কিন্তু মোৰ ভৰিটো অলপ খোৰা হ'ল প্ৰতিপক্ষৰ গুলী লাগি। হাস্পতালটো আছিল মাৰ্ঘেৰিটাত—তাত থাকোঁতেই অকস্মাতে চিনাকি হ'ল বিমলাৰ মাকৰ লগত। নাৰ্চ আছিল বেচেৰী। ফুলতে বাঁৰী হোৱা বামুণৰ ছোৱালী, বৈধব্যৰ নিষ্ঠুৰ যন্ত্ৰণা ভোগ কৰিব নোৱাৰি নাৰ্চৰ শিক্ষা লবলৈ সোমা'ল ডিব্ৰুগড়ৰ মেডিকেল স্কুলত, আৰু তাৰ পিছত যুদ্ধৰ হাস্পাতালত চাকৰি ললে।

ভাল হৈ আহোঁতে প্ৰমীলাকো লগতে লৈ আহিলোঁ। প্ৰমীলাৰ ঘৰ হ'ল তিনিচুকীয়াৰ ওচৰতে। কিন্তু ঘৰত কোনো নাছিল, একমাত্ৰ বুঢ়ামাকৰ বাহিৰে। তাতে ঘৰ জোঁৱাই হৈ থাকি গলোঁ। বুঢ়ীমাকে প্ৰথমতে আপত্তি কৰিছিল, কিন্তু প্ৰমীলাই আপত্তি মুশুনাত ভেঙুঁ

নিজৰ বৰ জীয়েৰ্কৰ ঘৰলৈ গুচি গ'ল। এখন সৰু সংসাৰ লাহে লাহে গঢ়ি উঠিল তাতে, মই তেতিয়া আদহীয়া। যুদ্ধ শেষ হৈ যোৱাত ইতিমধ্যে মই কিছুদিন ঘৰতে আছিলোঁ।

এদিন এখন গৰু-গাড়ীত ওলাইছিলহি দেউতা। গৰু-গাড়ীৰপৰা নমা আৰি-কুঁজা আৰু বেমাৰী দেউতাক দেখি মোৰ বুকুখন হমৃহমাই গ'ল। লগত ভাই দুটা। প্ৰায় বিশ বছৰৰ মূৰত দেউতাৰ লগত দেখাদেখি—দেউতাই মোৰ মূৰত ধৰি দুআষাৰ নাম গাই আশীৰ্ব্বাদ কৰিলে, কলে—"বন্ধুৰাম, তোৰ ঘৰখন পাতি দিব নোৱাৰিলোঁ। নিজেই পাতিলি। ভাল হ'ল। মই আশীৰ্ব্বাদ কৰিছোঁ। বোৱাৰী ক'তা?"

খুব শান্তভাৱে ওলাই আহিল প্ৰমীলা। হেজাৰ হওক বেলেগ সংস্কাৰত উঠা স্বাধীনচিতীয়া গাভৰু দেউতাক দেখি সেৱা-সৎকাৰ নকৰিলে, নাক কোচাই দূৰতে ৰ'ল।

মোৰ ভাই কেইটা খঙত জ্বলি উঠিল, কলে—"পিতাই বল, বোৱাৰীয়ে তোক মানুহ যেনেই জ্ঞান নকৰিলে।"

পিতাই লুৰাওবাৰে কান্দিবলৈ ধৰিলে। ময়ো কান্দিবলৈ ধৰিলোঁ। কিন্তু প্ৰমীলা নিৰ্ব্বিকাৰভাৱে ভিতৰলৈ সোমাই গ'ল।

পিতাই মোক আশীৰ্ব্বাদ কৰি গাড়ীত উঠিলগৈ, কিন্তু ভাই কেইটাই কলে—"চপনীয়া।"

গৰু-গাড়ী গুচি গ'ল। ওভোতাই আনিবৰ শক্তি নহল মোৰ। বহুত কান্দিলোঁ। তাৰ পিছত মই যোৱাৰ আগতে এদিন এজন ফটোগ্ৰাফাৰ লগত লৈ ঘৰলৈ গৈ দেউতাৰ এখন ছবি তোলালোঁ। কলিকতাত এনলাৰ্জ কৰাই অনাই এই চ'ৰাঘৰতে আঁৰি থলোঁ। একেদৰেই আছে ছবিখন। কিন্তু মোৰ বাহিৰে কোনেও তাৰ মূল্য নুবুজে।

প্ৰশান্ত মুখ পিতাৰ, হোকাত ধপাত খাইছে। হঠাতে যেন মোক কলে—"মোক এৰি কি সুখ পাইছ বন্ধুৰাম? তই এনেহে হলিগৈ। হলিৰাম ভকতৰ লৰা চপনীয়া হ'লি।"

মোৰ ওলাই অহা চকুলো দুটোপা মচি ললোঁ চুবিয়াৰ আগেৰে। তাৰ পিছত সন্তৰ্পণে প্ৰণাম কৰি কলোঁ—“পিতা, আকৌ এবাৰ চিলিমত হোপা মাৰা, তোমাৰ বৰ নাতি ৰজতৰ বিয়া। কামো কৰিছে ভাল, মই নায়ক হৈয়েই অৱসৰ পালোঁ। সি সোমাওঁতেই চেকেণ্ড-লেফ্‌টেনেণ্ট হৈ সোমাইছে।”

তেনে অৱস্থাতে সোমাই আহিল প্ৰমীলা, আহিয়েই কলে—“হ’ল নে সেইখনৰ আগত পূজা দিবৰ! থওক হেৰি, আজি চকুপানী উলিয়াবলৈ পালে কিহে? জোৰোণলৈ যাবলৈ ওলাওকগৈ যাওক। গা ধোৱা পানী দিলে।”

মোৰ খং উঠিল, কলোঁ—“তুমি দেউতাক কোনোদিনেই সেৱা এটা নকৰিলা। লৰা-লুৰিকো নকলা ককাক এজন আছে বুলি। ফলত হৈছে কি দেখিছাই নহয়। লৰা দুয়োটা বিজতৰীয়া হ’ল, আৰু ছোৱালী গ’ল চীনালৈ। নিয়ম মতে বিয়াৰ দিনা নপুৰুষৰ শ্ৰাদ্ধ কৰিব লাগে—কিন্তু আমাৰ লৰাই দুপুৰুষৰ কথাকে নেজানে।”

“ভালেই হৈছে।”—প্ৰমীলাই কলে—“একো ক্ষতি হোৱা নাই সিহঁতৰ। মাক-বাপেকক জানিলেই সিহঁতৰ হব। আপুনি জানো নপুৰুষৰ নাম লৈ মোক আনিছিল, ক’ৰ্টত ৰেজিষ্টাৰহে কৰাইছিল হবলা।”

মই কলোঁ—“তোমাৰ এইখন মুখ নহয় প্ৰমীলা, লাউপাত-কচুপাত। যাৰপৰা তেজ-মাংস-প্ৰাণ পাইছোঁ তেওঁক মই পাহৰিব নোৱাৰোঁ, কেতিয়াও পাহৰিব নোৱাৰোঁ।”

এইবাৰ প্ৰমীলাই একো নেমাতিলে। কিন্তু আজি বিশেষ দিন সেই বাবেহে, নহলে তেওঁ কলেহেঁতেন—“এইবোৰ গুণনি-চিতনি কৰি থকা বাবেই আপোনাৰ ব্লাডপ্ৰেচাৰ বাঢ়ে। কি দৰকাৰ মৰা মানুহৰ কথা ভাবি মূৰ ঘমাবলৈ?”

স’চা কথা। কিন্তু মৰাৰ প্ৰতি জীয়াই থকাসকলৰ জানো অকণো

কৰ্তব্য নাই ? মানুহে কিয় গোত্ৰ, গোষ্ঠী, বংশ, পিতৃ-প্ৰপিতামহৰ লেখ লয় ? এইবোৰ জানো একেবাৰেই ভুল কথা ? সমাজখননো কিহেৰে গঠিত ? এই স্মৃতিৰ এনাজৰীৰে জানো নহয় ? কিন্তু প্ৰমীলা বাক্ষসিনী, মায়া-মমতা কেৱল নিজৰ লৰা-ছোৱালীৰ বাহিৰে আন কাৰো প্ৰতি নাই। নিজৰ বংশ-পৰিয়ালৰ লগত কোনো সম্পৰ্কই নেৰাখে তেওঁ। ভয়ানক প্ৰতিশোধৰ ভাব তেওঁ অন্তৰত পুহি থৈছে সমাজৰ প্ৰতি। এই সমাজে জানো তেওঁক ফুল-বাঁৰী কৰা নাছিল, এই সমাজে জানো চিৰজীৱনলৈ তেওঁৰ শিৰৰ সেন্দুৰ মচি দিয়া নাছিল ?

সেইখন যে বামুণৰ সমাজ সেই কথা নেমানে প্ৰমীলাই, সেইখন হিন্দু কছাৰীৰ সমাজ। তাত ফুল-বাঁৰী হৈ কোনেও বৈধব্য-যন্ত্ৰণা ভুগিব নেলাগে, তাত ছোৱালীয়ে দ্বিতীয় বিবাহো কৰাব পাৰে।

মই গুচি গলোঁ। কুহুমীয়া পানী গাত ঢালিলোঁ সম্পূৰ্ণ উলঙ্গ হৈ। ওপৰৰ চিলিঙেদি বৈ আহিল জাৰ-সনা অক্টোবৰৰ বতাহ। দেখিলোঁ শৰীৰটো এডাল জেওৰা খৰিৰ দৰে শুকান হৈ পৰিছে। ভগা ভৰিটোত এচটা মৰা-তেজৰ মঙহ ওলমি আছে। সম্পূৰ্ণ উলঙ্গ হৈ এদিন জন্ম হৈছিল মোৰ। এটি কেঁচা ভেটিত ডাঙৰ হলোঁ। তাৰ মটীয়া ৰং মোৰ চকুৱে চিনি লৈছিল, আৰু তাৰ সেমেকা গোন্ধ নাকত সোমাই গৈছিল। সেই ৰং আকৌ দেখিলোঁ। শৈশৱলৈ উলটি গলোঁ। সেই গোন্ধ আকৌ পালোঁ। আকৌ সেই সৰু জুহালখনলৈ মনত পৰিল, য'ত পিতাইলৈ মই ধপাত লগাওঁ, য'ত মাহীয়ে মোক "জহনীত যোৱা, ছদকা খোৱা" বুলি গালি পাৰে, য'ত সৰুতে তাপ লৈ পিতায়ে কৈছিল বুঢ়া-বুঢ়ীৰ কথা, শঙ্কৰ-অনিৰুদ্ধৰ অনুপম কাহিনী। কত কথা জানে পিতাই। এই চহৰৰ কথা। ইয়াত এদিন আছিল বাৰভূঞা, মটক, চুটিয়া, কছাৰী····একে একে সকলোৱে ৰাজত্ব কৰিছিল। স্মৃতিবোৰ লুকাই আছে ভূগৰ্ভত, কিন্তু খানে কোনে ? চাই কোনে ? বুজে কোনে ? কত যুগৰ কাহিনীৰ অৱশেষ দেউতাইঁত। সেই

জুহালখন—য'ত এদিন দেউতাইঁতৰ আজোককাকইঁতে গাহৰি সিজাই সাঁজ-পানী খাইছিল, তাৰ ওচৰত এতিয়া পুৰা-গধূলি তিনি প্ৰসঙ্গ নাম হয়। বিয়া বাৰু হলে বুঢাবোৰ গোট খায়, সোঁৱৰে। কত মধুৰ স্মৃতিৰ আদান-প্ৰদান হয়; সেইবোৰহে জীৱনৰ ৰস—সেই তাতহে মানুহৰ মাজত মধুৰ বন্ধন আছে। সেইখনহে জন্মভূমি—য'ত বাপেক-ককাকইঁতৰ স্মৃতি আছে, ভেটি আছে।

পানী ঢালিবলৈ পাহৰি গৈছিলোঁ। ঘৈণীয়ে দুৱাৰত ঢকিয়াই সুধিছে—"বোলো হ'ল কি ?"

"একো হোৱা নাই।"

ঘৈণীয়ে আকৌ দুৱাৰত ঢকিয়ালে। সদায় ঢকিয়ায় এইদৰে। এই সময়খিনি মোৰ একান্ত নিজা। ধ্যান কৰি ইয়াতে অতীতৰ লগত যোগাযোগ কৰোঁ। কাপোৰ-কানি পিন্ধি থাকিলে ইমান দকৈ শৈশৱৰ কথা ভাবিব নোৱাৰি, প্ৰত্যেক সময়ৰ কাৰণে বেলেগ বেলেগ পোছাক। যুদ্ধত খাকী, বিয়াত পাটৰ, ঘৰত কপাহী, শোৱনী ঘৰত লুঙি অথবা পাতল সাজ।

ঘৈণীয়ে আকৌ ঢকিয়াই কলে—"প্ৰশান্তৰ চিঠি আহিছে শুনিছে নে ?"

"কি লিখিছে ?"

"বোলো ওলাই আহক, মই শ্ৰীমুখ নেদেখিলে কব নোৱাৰোঁ "

শান্তিভঙ্গ হ'ল। লৰালৰিকৈ পানী ঢালিলোঁ। কুহুমীয়া পানী ইতিমধ্যে চেঁচা হৈ গৈছে। মুখেৰে দেউতাই মতা পদ এফাকি মাতিলোঁ—'কষ্ট আধাতে বন্ধ হ'ল। মুখলৈ এটা হাইদাং গীত আহিল। গা টুকিলোঁ। ধুতিখন পিন্ধিলোঁ। দুৱাৰ খুলিলোঁ। বাহিৰৰ সন্তাপবোৰে খেদি আহিল। কি ৰাক্ষসী মূৰ্ত্তি সিহঁতৰ। শোৱা-কোঠাত গৈ মূৰ আঁচুৰিলোঁ। শোৱা-কোঠা আজি নতুনকৈ সজাইছে প্ৰমীলাই। বেড-কভাৰখন কাশ্মীৰী। মাজতে এখন

সৰু মেজত এটা বুদ্ধ-মূৰ্ত্তি। বুদ্ধক মানুহে বাৰু ভাল পায় নে? মই নেপাওঁ—কোনো সৈনিকে নেপায়। আজি বুদ্ধৰ মূৰ্ত্তিটো দেখি কিন্তু হিংসা হ'ল। শান্ত সমাহিত মূৰ্ত্তিটো মোৰ বুকুৰ আপোন—কিমান দিন বাথ-ৰুমত সোমাই থাকিলে বাৰু বুদ্ধ হব পাৰিম? কব নোৱাৰোঁ।

"হ'ল নে আপোনাৰ। প্ৰশান্তই সাঙ্ঘাতিক কথা লেখিছে।"—ঘৈণীয়ে চিঞৰি কলে চ'ৰাঘৰৰপৰা।

মই আদ্দিৰ পাঞ্জাবী এটা পিন্ধি ওলাই গলোঁ। বহিলোঁ এখন চোফাত। ঘূৰণীয়া চাপৰ মেজখনত তিনিটা বেলি ফুলে মোক চা মোক চা কৈ আছে। মই এটা ছিঙি আনি শুঙিলোঁ।

ঘৈণী জ্বলি উঠিল, কলে—"কি আপদ! জানে, কিমান যত্ন কৰি অনালোঁ বেলি ফুল বিমলাৰ ঘৰৰপৰা। ৰঞ্জুৱে খুব ভাল পায় বেলি ফুল।"

মই হাঁহি কলোঁ—"ৰঞ্জুৱে ভাল পায়, ভাল কথা। মই জানো নেপাওঁ। মোৰ পৰাহে সি এই গুণটো লৈছে।"

"সেই কাৰণে হব পায় বেলি ফুল এজোপাও স্কুলে আমাৰ ফুলনিত! ক'লিতেই ছিঙে আপুনি। মই হলে আপোনাক বেলি ফুলটো ললে বৰ বেযা পাওঁ, জানে?"

"কিয়?"

"বেলি ফুল দেখিলে আপোনাৰ অন্য কাৰোবালৈ মনত পৰে, মোক পাহৰি যায়। মোৰ বৰ অসহ্য হয়।"

আকৌ সেই অহৈতুক সন্দেহৰ কথা। যৌৱনৰ আৰম্ভণিতে এদিন এজনী ছোৱালীক ভাল পাইছিলোঁ। ছোৱালীজনীৰ নাম আছিল বেলি, মুখখন প্ৰায় গোল, ধকধকীয়া বগা চেহাৰা। এজন মানুহৰ লগত ইতিমধ্যে বিয়া হৈ গৈছিল, কিন্তু মানুহজনৰ লগত কিবা কাৰণত মনোমালিন্য হোৱাত গুচি আহিল। তেতিয়াই মোৰ লগত

হলি-গলি হৈছিল; কিন্তু তেনে সময়তে মই গাঁও এৰি গুচি আহিলোঁ। পিছত বেলিয়ে এজন হিন্দুস্থানী বিহাৰীক বিয়া কৰালে; কিন্তু ছোৱালী এজনী জন্ম হোৱাৰ পাছতে মানুহজন পলাল। পাছতহে গম পালোঁ যে বেচেৰাই বিবাহিতা স্ত্রী এৰি থৈ অসমত কাৰবাৰ কৰিবলৈ আহিছিল। যি কি নহওক, ঘৰ-দুৱাৰ টকা-পইচা কিছু সৰহকৈ এৰি থৈ গৈছিল বেলিলৈ।

মই ফুলটো লিৰিকি-বিদাৰি হাঁহি কলোঁ—"বুঢ়া হলা। এতিয়া বেলি তোমাৰ বিয়নী হব। তথাপিও সন্দেহ কৰিবলৈ নেৰিলা।"

প্রমীলা লজ্জিত হ'ল। সদায় মোৰ মুখৰপৰা আশ্বাস লৈহে তেওঁ সান্ত্বনা পায়। এই সন্দেহৰ ভাব মই বৰ বেয়া পাওঁ, পিতাৰ দৰে। বেলি মাথোন এটা স্মৃতি। স্মৃতিক লৈ ইমান মূৰ কামোৰণি হলে সর্ব্বনাশ। ময়ো মানুহহে।

কাম কৰা লৰাটোৱে একাপ চাহ দিলেহি; লগতে দুটা ৰসগোল্লা। সি জানে যে ৰসগোল্লাত মোৰ বৰ চখ্। দিয়া মাত্রকে মই এটা গিলিলোঁৱেই। গৃহিণীয়ে কলে—"সৰু পুতেকৰ চিঠি নুশুনে নেকি?"

"শুনো, কোৱাঁ"—চাহ এঢোক খাই কলোঁ।

"কোৱাঁ নে পঢ়া?"....হাঁহিবলৈ ধৰিলে শ্রীমতীয়ে। ঘৰৰ লক্ষ্মীক সন্তুষ্ট দেখি মোৰো ভাল লাগিল, কলোঁ—"পঢ়া।"

সীমান্তৰ এটা সৰু হাস্পতালত কাম কৰে প্রশান্তই। ডাক্তৰী পাছ কৰি যোৱা বেছি দিন হোৱা নাই। বজত যদি মোৰ উত্তৰাধিকাৰী কামৰ ক্ষেত্রত, প্রশান্ত উত্তৰাধিকাৰী মাকৰ। নায়কৰ লৰা চেকেণ্ড-লেফ্টেনেণ্ট হৈছে, আৰু নার্চৰ লৰা ডাক্তৰ হৈছে। বজত দেখাই-শুনাই মোৰ দৰে মিঠা বৰণীয়া, উঠঙা গাল, চকুযুৰি হাঁহ-কণীয়া; গাৰ গঠনো সাইলাখ মোৰ দৰেই। কিন্তু প্রশান্ত বগা, দীঘলীয়া জোঙা মুখ, চকুযুৰি নির্ম্মল আকাশৰ দৰে উজ্জ্বল আৰু সাইলাখ

যেন প্ৰমীলা। প্ৰশান্ত অলপ মাইকীমুৱা, বজত সকলো কথাতে মত্তা। মনৰ আদান-প্ৰদান আৰু কথা-বতৰাতো বজতৰ সৈতে মোৰ যেনে মিল, প্ৰশান্তৰ সৈতে তেওঁৰ তেনে মিল।

গৃহিণীয়ে পৰম উৎসাহেৰে প্ৰশান্তৰ চিঠি পঢ়িবলৈ ধৰিলে।

মৰমৰ মা!

ইয়াত এতিয়া বৰফ পৰিছে। উত্তৰপৰা চীনা সৈন্য-বাহিনীয়ে অনবৰত কুচ-কাৱাজ চলাই থকা বাতৰি আমি মাজে মাজে পাই আছোঁ। কোনো কোনোৱে কৈছে যুদ্ধৰ আয়োজন কৰিছে চীনে, কোনোৱে কৈছে চীনে যুদ্ধ নকৰে। কব নোৱাৰোঁ কি হয়।

ওচৰতে এখন উৰা-জাহাজ উঠা-নমা ঠাই তৈয়াৰ কৰিছে। ইয়াৰপৰা সীমান্তত থকা সৈন্য আৰু বিষয়াবোৰৰ লগত ক্ষিপ্ৰ যোগাযোগ কৰাৰ একমাত্ৰ উপায় হৈছে উৰা-জাহাজ অথবা হেলিঅ'-কপ্টাৰ। বৰফৰ পৰশত দূৰৰি বনবোৰ ঠেৰেঙা লাগি থকা দেখিলে বৰকৈ মনত পৰে আমাৰ ভৈয়ামলৈ।

ইয়াত সকলোবোৰেই ওখৰ লগত মিলোৱাকৈ সজা। মানুহবোৰো থাকে চাপৰ ঘৰত, বতাহ-ধুমুহাৰ ভয়। নৈবোৰ বলিয়া। বিশেষকৈ ১৯৫০ চনৰ বৰ-ভূঁইকঁপৰপৰা ইয়াৰ মাটি চঞ্চল হৈ পৰিছে। বাট কাটি উলিয়ালে স্থায়ী নহয় বুলি ভয়—অলপ ধতুৰা ইঞ্জিনিয়াৰবোৰৰ।

পিছে মা তই মোক ঘৰলৈ মাতিছ। মই নেযাওঁ। ককাইদেউৰ বিয়ালৈ মাতিছ, তালৈও নেযাওঁ। বিয়ালৈ কিয় নেযাওঁ তহঁতে জানিব নেলাগে, একমাত্ৰ ভগৱানে জানক আৰু মই জানো। বহুত দিনৰ আগতে ঘৰৰপৰা ওলাই আহিছোঁ, বেছ শান্তিত আছোঁ। ঘৰলৈ গৈ মোৰ শান্তি আৰু তহঁতৰ শান্তি নষ্ট কৰিব নোখোজোঁ।

মোৰ সেৱা তহঁত দুয়ো লবি। দেউতাক কবি প্ৰেচাৰৰ বাবে যথেষ্ট সাৱধান হৈ চলিব। ইতি

—প্ৰশান্ত—

চিঠিখন পঢ়ি অবাক হৈ মই ঘৈণীৰ মুখলৈ চালোঁ, আৰু ঘৈণীয়ে মোৰ মুখলৈ চালে।

মই চাহ এঢোক গিলি কলোঁ, এই লৰাটোৰ কথা মই একো নুবুজিলোঁ। প্ৰমীলা। ইয়াৰ মনো উৰণীয়া, ভাবো উৰণীয়া, কামো উৰণীয়া। ককায়েকৰ বিয়ালৈ নহাকৈ থকাটো তাৰ ভাল হোৱা নাই।

প্ৰমীলাৰ দেখিছোঁ মুখখন মোলান পৰি গৈছে, চকুও চলচলীয়া হৈছে। সৰু পুতেকৰ এই চিঠিয়ে যে তেওঁক খুব আঘাত দিছে তাক বুজি পালোঁ, কিন্তু উপায় কি? আমাৰ ঘৰখনেই সাতাম-পুৰুষীয়া সংস্কাৰৰ বাহিৰত। অনন্ত কালত আমাৰ নিৰ্দ্দিষ্ট গতি নাই। বিভিন্ন দিশত যায় আমাৰ পৰম্পাৰৰ ইচ্ছাবোৰ। ৰজতে যি ভাবে, তাৰ লগত প্ৰশান্তৰ একো মিল নাই।

মই উঠিব খুজিলোঁ। ৰজতক আনিবলৈ যাবৰ সময় হৈ আহিছে। আথেই দেখোন ঘূৰি আহি নেপালেহি। উৎকণ্ঠাত মনত উচ্পিচনি উঠিল।

প্ৰমীলা জঠৰ হৈ বহি আছে। চকুপানী সোমাই গোট মাৰিলে তেওঁৰ। তথাপি লৰচৰ কৰাৰ লক্ষণ নাই। কোনো দিনে এনেকৈ তেওঁক বহি থকা দেখা নাছিলোঁ। বিশেষকৈ আজিৰ দিনত আৰু আচৰিত যেন লাগিল। মই সুধিলোঁ—"কি হ'ল প্ৰমালা, বহি আছা দেখোন? তোমাৰ জানো কাম নাই? বিমলাক মাতাচোন, আথেই অহা নাই কিয় সোধোঁ।"

প্ৰমীলাই কলে, "আপুনি বুজিব নোৱাৰে মই কি ভাবিছোঁ। মই এটা ভয়ানক ভুল কৰিলোঁ এই বিয়াখনত সম্মতি দি। কেৱল আপোনাৰ কাৰণে। বেলিৰ জীয়েক বুলিলত আপোনাৰ সকলো বিচাৰ-বুদ্ধি লোপ পালে—এবাৰো নুসুধিলে ছোৱালীজনী কেনেকুৱা?"

মই অবাক হৈ তেওঁৰ মুখলৈ চালোঁ, তাৰ পাছত কলোঁ—"তোমালোক মাইকী মানুহবোৰ বৰ সন্দেহী। বেলিৰ ছোৱালী

দেখাই-শুনাই কামে-কাজে পাকৈত, বেলিৰ পূৰা ইচ্ছা আমাৰ ঘৰৰ লগত সম্পৰ্ক কৰা, আৰু ৰজতেও বহুত দিনৰপৰা ছোৱালীক ভাল পাইছে....সকলোপিনে অনুকূল বাবেইতো এই বিয়াত সম্মতি দিলোঁ প্ৰমীলা। তুমিও দেখোন ভাল হব বুলি কলা।"

প্ৰমীলাই কলে, "কিন্তু ছোৱালীজনী কেনেকুৱা আপুনি মেচালে।"

"চাবলৈ কি আছে, নাওঠাবেপৰা দেখি থকা ছোৱালী।"

"আপুনি অকণমান লৰা হৈ আছে। তাই যে ককাই-ভাই দুয়োটাকে একেলগে জালত পেলাইছিল, সেই কথা জানে নে ?"

"কি ?"

"অঁ।"

নাৰী চৰিত্ৰ এক দুৰ্জ্ঞেয় ৰহস্য মোৰ পক্ষে। পলাবৰ ইচ্ছা গ'ল। বিয়াৰ জোৰোণ দিবলৈ সাজু হৈ ওলাবৰ সময়ত স্বয়ং গৃহিণীৰ মুখৰ-পৰা যদি ছোৱালীৰ চৰিত্ৰ বেয়া বুলি শুনা যায়, তেন্তে তাক কোন সদাশয় ভদ্ৰলোকে নিৰ্বিবকাৰচিত্তে গ্ৰহণ কৰিব পাৰে। মোৰ গৃহিণী গৰাকীয়েও কেতিয়া ক'ত কি কথা কব লাগে তাক নেজানে। এজনী ছোৱালীয়ে দুজন মানুহক ভাল পালেও কেৱল এজনৰ লগতহে ঘৰ-সংসাৰ পাতিব পাৰে। এই কথা নিশ্চিত। যদি তিলোত্তমাক সুন্দ-উপসুন্দ হালেই ভাল পাইছে, তেন্তে তিলোত্তমা নাটক কৰাৰ প্ৰয়োজন নাই আজিৰ যুগত। মই সদায় ৰজতহঁতক কৈ আহিছোঁ, মানুহ ভাবপ্ৰৱণ হব নাপায়।

"কি হ'ল, একেবাৰে মনে মনে ৰ'ল দেখোন ?"

"এতিয়া আৰু পুনৰ বিবেচনাৰ সময় নাই প্ৰমীলা। লৰাৰ আৰু ছোৱালীৰ অদৃষ্টত যি আছে সেয়ে হব।"

"কিন্তু কি ঘটিছে মই হলে একো কব নোৱাৰোঁ দেই। ছোৱালী-জনী লৈ যদি ককাই-ভাইৰ মাজত আতাৰি হয়, তেন্তে তাৰ বাবে দায়ী মই নহয়, হব আপুনি।"

মই বিমোৰত পৰিলোঁ। সকলো দোষ মোৰ ওপৰত জাপি দি নিশ্চিন্ত হোৱা প্ৰমীলাৰ স্বভাৱ। মোৰো নীলকণ্ঠৰ দৰে বিষপান কৰাৰ ক্ষমতা অসীম। উপস্থিত কৰ্ত্তব্য সমাপন কৰিবৰ বাবে সকলো সন্দেহ নাশ কৰা আমাৰ পৰম পৱিত্ৰ কৰ্ত্তব্য। মানুহৰ আগত অথবা সমাজৰ আগত হাঁহিয়াতৰ পাত্ৰতো হব নোৱাৰি। যদি বেলিৰ জীয়েক সঁচাকৈয়ে তিলোত্তমাৰ ভূমিকাত নামিছে, তেন্তে তাকো নিয়ন্ত্ৰিত কৰিব লাগিব।

মই উঠিলোঁ। হাতত বেলি ফুলটো তুলি ধৰিলোঁ। বতাহত তাৰ এটা পাহি সৰি পৰিল। মই কলোঁ, "সিহঁত বুজন হৈছে প্ৰমীলা। গাটি-ঘাৰী, সম্পত্তি, ছোৱালী লৈ কাজিয়া নহয় বুজিছা।"

পৰিবাৰে কলে—"ছোৱালী আৰু সম্পত্তিৰ ভিতৰত মিল কম, প্ৰভেদ বেছি। ছোৱালীজনী যদি সচ্চৰিত্ৰা নহয়, তেন্তে সৰ্ব্বনাশ ঘটাব।"

মোৰ মুৰ গৰম হৈ গ'ল। কলোঁ, "যদি প্ৰশান্তই চণ্ডালি চলে, তেন্তে একো নহয়।"

খং উঠা দেখি পৰিবাৰ মনে মনে ৰ'ল। মই খুব জোৰেৰে এবাৰ বিমলাক চিঞৰিলোঁ। কিন্তু কাৰো মাত নেপালোঁ। পৃথিবীৰ সকলোৰে ওপৰত তেতিয়া খং উঠিছিল, গোঁ গোঁকৈ ভিতৰলৈ সোমাই গলোঁ। কমৰোৰ পাত-পাতকৈ চালোঁ, কিন্তু ক'তো বিমলাৰ মুখ নেদেখিলোঁ।

কাম কৰা লৰাটোক মাতি আনি সুধিলতহে জানিলোঁ যে বিমলা বহুত আগতেই ঘৰৰপৰা গুচি গৈছে। খং এইবাৰ টিংখোপত উঠিলগৈ। ঘৰখনত একো শৃঙ্খলা নাই, কাৰো হুকুম কোনেও নেমানে। জোৰোণৰ বাকচটো চালোঁ, মেল খাই আছে। ভিতৰত অলঙ্কাৰ-পাতি ওলাই আছে। বৰ অসাৱধান বিমলা, প্ৰমীলাও। এইদৰে বস্তুবোৰ পেলাই থওঁতে যদি চুৰ কৰি লৈ যায়। পূৰা দুহেজাৰ টকা পৰিছে এই

জোবোণৰ বস্তুবোৰত। আমাৰ ঘৰখনত সকলোৱেই একোটা একোটা সূৰ্য্য, নিজৰ নভোমণ্ডলত ঘূৰে। কক্ষত আহোঁতে আহোঁতে প্ৰমীলা আৰু মই লগ লাগিলোঁ। এইটোৱেই একমাত্ৰ স্থায়ী মিলন। কিন্তু ৰজত নিজৰ কক্ষত ঘূৰে। কক্ষৰ ৰেখাই যদি কেতিয়াবা ঘৰৰ স্থান ছোৱে তেতিয়া ঘৰলৈ আহে। প্ৰশান্তও আন এটা কক্ষত ঘূৰে, আৰু বিমলাও সেই একেই। বুঢ়া বয়স হোৱাৰ লগে লগে যিমানে ঘৰখন নিকপকপীয়া আশ্ৰয়স্থলকৈ বান্ধিব খুজিছোঁ, সিমানে হৈ পৰিছে এখন সোলোক-ঢোলোক চাং। কেতিয়া খুঁটা ভাগি মৰোঁ কব নোৱাৰোঁ।

বাকচটোৰ বস্তুবোৰ সামৰি সাঁফৰ জপালোঁ। তাৰ পিছত ঘড়ীলৈ চালোঁ, ৰেল আহিবলৈ মাথোন আধা ঘণ্টা বাকী। আথেইৰ ওপৰত খুব খং উঠিল। ইমান সময়ৰ জ্ঞান থাকিও ই কিয় অহা নাই। অলপ পৰ বলোঁ। আকৌ চ'ৰাঘৰলৈ গলোঁ। দেখিলোঁ গৃহিণীয়ে এটুকুৰা শ্লিপ্ পঢ়ি আছে। মোক দেখি কলে—"পঢ়ক।"

"মোৰ পঢ়িবৰ ধৈৰ্য্য নাই। কোনে লিখিছে, কি লিখিছে কোৱা।"

"আথেয়ে লিখিছে। সি বিশেষ কামত মাকুমলৈ যাব লগা হ'ল। সেই কাৰণে টেক্সি লৈ যাবলৈ লিখিছে। জোৰোণতো বোলে যাব নোৱাৰে।"

"তাৰ মুৰটো। সকলোবোৰ উদ্ধত। অবাধ্য। ইহঁতে মোক গছত তুলি দি গুৰি কাটিব।"

গৃহিণীয়ে মোৰ মুখলৈ নোচোৱাকৈ কলে, "বকি বকি বায়ুটো উজাই নলবচোন ৰ'ব। আপুনি ওলাওক। মই এখন টেক্সি মতাওঁ চাকৰটোৰ হতুৱাই।

প্ৰমীলা গুচি গ'ল। মই লৰালৰিকৈ শোৱা-কোঠাত সোমাই নিজৰ প্ৰসাধন ভালদৰে পৰীক্ষা কৰিলোঁ। চন্দনৰ বুতাম কেইটাই ভাল তুলি ধৰিছে বুকুখন। এই বুকুখনত দেখোন অনন্ত সাহস আছিল যুঁজ কৰোঁতে, আজি বা কিয়নো কঁপিছে! বোধহয় বাহিৰত যি সাহসেৰে

যুঁজ কৰে, ভিতৰত সি যুঁজ কৰিব নেজানে। এইটো যেন অভিমন্যুৰ ব্যূহ—সোমাব পাৰি, ওলাব নোৱাৰি। হাতৰ আঙুলিবোৰে কলে, 'আমি উপবাসী।' মুখৰ পকা চুলি কেইডালে কলে, 'আমি অক্ষম।' খোৰা ভৰিটোৱে অসহ্য যন্ত্ৰণাত চিঞৰিলে, 'আৰু নাই, যুদ্ধ শেষ হওক, যন্ত্ৰণা শেষ হওক।' কপালৰ ৰেখা কেইডালে মিচিকিয়াই হাঁহি হাঁহি কলে, 'মৃত্যু সমাগত।' হৃদয়ে কলে, 'আৰু বিচাৰা।' বুদ্ধিয়ে কলে, 'সংযত হোৱা।'

উপায় নাই। লাখুটিডালত ভৰ দি বাহিৰলৈ ওলালোঁ। চেণ্ডেলৰ চট্‌চট্‌ শব্দ হ'ল মজিয়াত। মই কোন, নিজকে প্ৰশ্ন কৰিলোঁ। মই ৰঙ্কুৰাম মজুমদাৰ। মই দৰাৰ বাপেক। এজন প্ৰাক্তন সৈনিক, এজন ভদ্ৰলোক!

বাহিৰলৈ ওলাই আহি দেখিলোঁ উদাৰ পথাৰৰ বুকু কঁপাই তুলিছে এজাক চেঁচা বতাহে। ৰাজআলি এইখিনিৰপৰা নেদেখি, সৰু আলি এটা কেৰেলুৱাৰ দৰে পৰি আছে। পথাৰৰ এমূৰত হঠাতে মন কৰিলোঁ এজাক সৈনিক দৌৰিছে। গাটো চেৰাই গ'ল, ইহঁত আহিল ক'ৰপৰা?

ক'ৰবাত যুদ্ধ লাগিছে নেকি?

তেনেতে দেখিলোঁ দৌৰি দৌৰি আহিছে কাম কৰা লৰাটো। মোৰ ফালে নাহি চিধা ভিতৰলৈ সোমাই গ'ল পাছদুৱাৰেদি। হয়তো মোক মন নকৰিলে সি। এজোপা প্ৰকাণ্ড জৰীগছৰ তলত বৈ আছিলোঁ বাওনা যেন হৈ। সঁচাকৈয়ে পৃথিৱীখনৰ তুলনাত নিজকে বৰ ক্ষুদ্ৰ যেন বোধ হৈছিল। অলপ পিছতে শুনিলোঁ প্ৰমীলাই খুব তিৰস্কাৰ কৰিছে চাকৰটোক। মই নিৰ্ব্বিকাৰভাৱে হাত-ঘড়ীটোলৈ চাই ৰলোঁ। চেকেণ্ড, মিনিটকৈ সময় গৈ আছে। আৰু মাথোন দহ মিনিট বাকী বেললৈ।

তেনেতে প্ৰমীলা ওলাই আহি কলে—"হেৰি, মটৰ বোলে এখনো নাই, শুনিছে নে?"

"কি ? কলৈ গ'ল চৈশ্নিবোৰ ?"—উৎকণ্ঠাবে সুধিলোঁ।

"যুদ্ধ লাগিছে।"

সৈন্য কেইটাই নিয়মিতভাৱে কৰিব লগা ব্যায়াম কৰিছে। সৈন্যৰ চলাচল আৰম্ভ হৈছে। হয় যুদ্ধ লাগিছে, নহয় যুদ্ধ লাগিব। অকণো সন্দেহ নাই সেইবাবে। কাগজখনতো লিখিছিল অথনি—বিশ্বাসহে হোৱা নাছিল। বিমলাই কিন্তু ডাঠি কৈছিল যুদ্ধ হৈছে বুলি, মইহে মন কৰিবলৈ নহল। তাই বোধহয় আথেইৰপৰা গম পাইছিল।

ফুচ্‌ফুচ্‌কৈ কি কথা পাতিছিল সিহঁতে ? যুদ্ধৰ কথা। অকস্মাতে সন্দেহৰ ডাৱৰে মনৰ আকাশ ঢাকি ক'লা কৰি পেলালে। নিশ্চয় চীনৰ লগত যুদ্ধ লাগিছে। আথেইৰ বোধহয় ইতিমধ্যে গা চেৰাইছে, হয়তো সেই কথাকে বিমলাৰ লগত পাতিছিল।

মোৰ সৈনিকৰ সুপ্ত অন্তর্দৃষ্টি হঠাতে সজাগ হ'ল। যদি চীনৰ লগত যুদ্ধ একান্তই লাগিছে, তেন্তে ইয়াৰ চীনা অধিবাসী সকলোৱে ওপৰত চোৰাংচোৱাই চোকা চকু ৰাখিব। বিমলাক মাতি সোধা ভাল। প্রমীলাক কলোঁ—"বিমলা আহিল নে ?"

"ওহোঁ"

"তাইক এবাৰ মাতি পঠিওৱা।"

প্রমীলা অতিষ্ঠ হ'ল, কলে—"বিমলা হেনেও আহিব নহয়, আপুনি ৰিক্সা এখনকে ধৰি ষ্টেশ্যনলৈ যাওক। ৰজতৰ গাড়ী পাবৰ হ'লহি।"

"অ' এৰা। মই যাওঁ।"

ওলাই আহিলোঁ। বাটেদি খোজ কাঢ়ি অহাৰ পাছত ভাগ্যে এখন যাত্রী থৈ উভতি যোৱা ৰিক্সা লগ পালোঁ। তাতে উঠি তাক আদেশ দিলোঁ ফৌজী হিন্দীত—'ষ্টেশ্যন চলো।' আমাৰ অসমীয়া মানুহে ৰিক্সাত উঠিলেই হিন্দী কবৰ চেষ্টা কৰে। ময়ো কওঁ, কিন্তু মোৰ হিন্দী, ফৌজত থাকোঁতে শিকা হিন্দী।

বিস্থা নতুন কলনিৰ মাজে মাজে টিলিঙা কোবাই আগবাঢ়িবলৈ ধৰিলে। চহৰৰ সোঁ-মাজ পোৱালৈকে উত্তেজনা দেখা পোৱা নাছিলোঁ। কিন্তু এইবাৰ উত্তেজনা দেখা পালোঁ। ষ্টেশ্যনৰ ওচৰৰ চাৰি-আলিত এটা জনতাৰ জুম দেখা পালোঁ। কাষৰ মাৰোৱাৰী গোলাবপৰা বাবু সুৰজমল গোঁফ পকাই পকাই নামি আহিছে। মুখত এটা উৎকণ্ঠা। ৰাস্তাৰ দাঁতিৰ শৰ্ম্মাৰ মুকলি চাহ দোকানখনৰ দোকানীটোৱে অৰ্ডাৰ দিয়া চাহৰ গিলাচটো দিবলৈ গ্ৰাহক এজনক জুমৰ মাজৰপৰা মাতি মাতি আনিব পৰা নাই। কিবা শুনিবলৈ বেচেৰা ভদ্ৰলোক আতুৰ হৈ পৰিছে। বিস্থাৱালাবোৰে খইনি খাই খাই জুমৰ এদাঁতিত বৈ মাজৰ বক্তাজনৰ মুখলৈ চাই কথা শুনিছে। মই জুমটোৰ ওচৰ পোৱাৰ লগে লগে কোৱা শুনিলোঁ,—"ঢোলাৰ পতন হৈছে।"....

বিস্থাখন ৰখাই পইচা দি নামি গলোঁ। কথা শুনিলোঁ।

"ঢোলা চকীৰ পতন হৈছে। চীনা বাহিনী আগবাঢ়িছে।"

"ক'ত খবৰ পালে ?" (কঠোৰভাৱে প্ৰশ্ন কৰিলোঁ)

"ৰেডিঅ'ত।"

ঘড়ীটো চাই দেখিলোঁ ডেৰ বাজিছে।

হঠাতে শুনিলোঁ ৰেলৰ উকি। ৰজতৰ ৰেল আহিছে। সৰালবিকৈ জনতাৰ জুমৰ মাজৰপৰা আঁতৰি গৈ অ'ভাৰ-ব্ৰীজত উঠি পাৰ হৈ কোবাকুবিকৈ প্লেটফৰ্ম পালোঁগৈ।

ৰেলখন ৰৈছেহি। এটা এটাকৈ ডবাবোৰ চালোঁ। ৰজতক নেদেখিলোঁ। ভুল হৈছে বুলি আকৌ এবাৰ চালোঁ ডবাবোৰ তন্নতন্নকৈ। নেদেখিলোঁ। বুকুখন চিৰিংকৈ গ'ল।

বহুত সৈন্য আহিছে। চেহেৰাবোৰ শুকান, কিন্তু বেছ আটিল। সিহঁতলৈ চাই তৃপ্তি পালোঁ। আত্মীয়তাৰ-ভাৱত হৃদয় কঁপি উঠিল, অন্তৰ সেমেকি আৰ্দ্ৰ আৰু করুণ হৈ পৰিল। সিহঁতৰ মাজত মোৰ অতীতক দৰ্শন কৰিলোঁ। বৰ্ত্তমানকো অনুভৱ কৰিলোঁ। বহুতো

মানুহ ৰজতৰ যুৰীয়া। অন্তৰেৰে আশীৰ্ব্বাদ কৰিলোঁ। "বোপাইহঁত জিক্, বোপাইহঁত ভালে-কুশলে থুৰি আহ।"

বোপাইহঁত……চকুপানী ৰিৰিঙি উঠিল চকুত। মনশ্চক্ষুৰে দেখিবলৈ পালোঁ এখন ৰৰফে ঢকা ক্ৰূৰ চেঁচা সীমান্ত, য'ত হঠাতে ৰৰফ গলি উঠিছে, মানুহক আহ্বান কৰিছে, কিবা এটা কৌটিকলীয়া অব্যৰ্থ শক্তিয়ে পৱিত্ৰ মাটিক—নহয় মাটিক নহয়, মাটিত ৰচা এটা জাতিৰ সাধনাৰ মন্দিৰ ৰক্ষা কৰিবলৈ। পিতাই গোৱা হৰি-নামৰ পদ আৰু ৰৰগীতবোৰৰ দৰেই যেন গভাৰ পৱিত্ৰ এই আত্মৰক্ষা।

উলটিব খুজিলোঁ। পিতৃহৃদয় শূন্য হৈ পৰিছে। ঢোলা চকীৰ পতন হৈছে। ৰজত জানো বাচি আছে ?

কোনে উত্তৰ দিব ?

হঠাতে কোনোবাই মাতিলে—"দেউতা!"

"কোন বিমলা ?"

"হয় দেউতা।"

"ৰজত নাহিল।"

"গম পাইছোঁ।"

"ঢোলা চকী পৰিল।"

"অকল ঢোলাই নহয় দেউতা, থিঙেমানেও পৰিছে। আৰু কিবিটু পৰিছে।"

"কি ? তই কেনেকৈ জানিলি ?"

বিমলাই কলে, "আথেয়ে কৈছে।"

"আথেয়ে ক'ত শুনিলে ?"

বিমলাই মোৰ কাণত ফুচফুচাই কলে, "পিকিং ৰেডিঅ'ত।"

"মিছা খবৰ। শত্ৰুৰ ৰেডিঅ' শুনিছ কিয় তহঁতে ?"

বিমলাই কলে, "সেইবোৰ কথা পাতিম বলক দেউতা, মাই আপোনাক লৈ যাবলৈ কৈছে। ৰজতৰ টেলিগ্ৰাম আহিছে।"

"টেলিগ্ৰাম! কি লিখিছে?"

বিমলাই কলে—"যুদ্ধৰ বাবে ছুটী কেন্সেল হ'ল। বিয়া পিছুৱাই দিবলৈ কৈছে।"

"হুঁ।"

লাহে লাহে অ'ভাৰ-ব্ৰীজ পাৰ হলোঁ। বক্তাজনে তেতিয়াও সঁচাই-মিছাই নানান কথা বলকি আছে। কিন্তু এনেকৈ কথাবোৰ বৰ্ণাইছে যেন এইমাত্ৰ যুদ্ধক্ষেত্ৰৰপৰাহে আহিছে! উবা-বাতৰিয়ে কথা কলে কোনে কাণ নাপাতি পাৰে? সঁচাক মিছা কৰি মানুহৰ মাজত আতঙ্ক জন্মোৱা এই যখিনীজনীৰ ওচৰৰপৰা মানুহ বিশেষকৈ এনে সময়ত যদি আঁতাৰ নেথাকে তেন্তে মহা বিপদ। মোৰ সৈনিক হৃদয়ে সিহঁতক মনে মনে অভিশাপ দিলে।

খুব মনে মনে আহি ঘৰ পালোঁহি। পোৱাৰ লগে লগে প্ৰমীলাই কান্দোন জুৰিলে। বজতক হেনো যেনে তেনে আনি দিব লাগে। তেওঁৰ হেনো গোটেই পক্ষটো জুৰি সোঁ-চকুটো লৰি আছে। শুক্ল-পক্ষত সোঁ-চকু লৰা ভয়ানক কথা। আৰু ৰাতি ৰাতি হেনো বৰ বেয়া সপোন দেখে প্ৰমীলাই, মৰা-কটা আৰু ৰক্তপাতৰ। এইবোৰৰ লগত চীনা যুদ্ধৰ অথবা বজতৰ সম্পৰ্ক কি তাক মই ভাবি উলিয়াব নোৱাৰিলোঁ। কলোঁ—"এতিয়া বেলিক এটা খবৰ দিয়া। বিয়া পৰিল।"

"কি আপদ। পৰিল নে পিছুৱাই গ'ল?"

প্ৰমীলাই চকুপানী মচি মচি কলে।

"পৰিল মানে পিচুৱাই গ'ল প্ৰমীলা। বলা, এবাৰ বেলিক কৈ আহোঁ।"

প্ৰমীলাই উত্তৰ দিলে, "মই নেযাওঁ। আপুনিয়েই যাওক। ঘৰখনৰ কাম পৰি আছে গোটেইখন।"

বিয়া পৰা বুলি শুনি খুব ভাল পালে কিছুমান নিমন্ত্ৰণ ৰক্ষা নকৰা আৰু আমাৰ পৰিয়ালটো এৰি থোৱা চকুচৰহা ওচৰ-চুবুৰীয়াই। খবৰ

শুনা মাত্ৰেই বং চাবলৈ আহি চ'ৰাঘৰ ভৰি পৰিলহি। সিহঁতে আমাৰ ঘৰত সম্পদ হলে ভাল নেপায়, বিপদ হলেহে ভাল পায়। মানুহবোৰক একো নেমাতি মই কলোঁ—"বিমলা, তই মাবৰ ওচৰত থাক। মই বেলিৰ তাৰপৰা আহোঁ।"

লাহে লাহে খোজ ললোঁ। বেলি তেতিয়া লহিয়াইছে। গোমা বতৰৰ চকুযুৰিয়ে মোৰ জেঁাৱাই আথেইৰ সৰু চকুহালিৰ দৰে জুমি পৃথিবীখন চাইছে।

আলিবাটৰ শিলগুটিবোৰ ভৰিৰ উজুটিত উফৰি খালত পৰিছেগৈ। ঠিক যেন ঘটনাৰ আঘাত পোৱা জুকলা মানুহহে সিহঁত। ভয়ঙ্কৰ সময় আহিল, জাৱনত যুদ্ধ—ডাঙৰ যুদ্ধ দেখিছোঁ—কিন্তু এইখন তাতোকৈও ডাঙৰ । এইখন একে চুবুৰীৰ দুজনৰ কাজিয়াৰ দৰে মাৰাত্মক। বহুতকে মাৰে।

ভালেমান দূৰ বেলিৰ ঘৰলৈ। এখন বিক্সাত উঠি চাহনিৰ মাজে মাজে গৈ দক্ষিণৰ ফালৰ চোটা-টিংৰাইৰ ওচৰত বেলিৰ ঘৰ। ওচৰত মাথোন কেইঘৰমান মানুহ আছে। ওচৰৰ বাগানৰ দুই এজন বাবু আৰু বনুৱাক দেখিলোঁ পদূলিমুখতে। উভতি আহিছে।

বেলিৰ দুৱাৰমুখত সোমোৱাৰ লগে লগে শুনিলোঁ ভিতৰত কাৰোবাৰ উচুপনি। ব্যগ্ৰ হৈ মাতিলোঁ, "বেলি, বেলি, বেলি!"

নিস্তব্ধ ঘৰটোত কাৰো মাত নেপালোঁ। সন্ধিয়া নামো নামো। ভয়ানক অস্বস্তিৰে ভিতৰলৈ সোমাই গলোঁ। দেখিলোঁ এজনী গাভৰু ছোৱালীয়ে কপাল ভুকুৱাই ভুকুৱাই কান্দিছে।

ভালকৈ নিবিষ্ট মনে চালোঁ, চাওঁতে চাওঁতে অকস্মাতে মোৰ অদমনীয় কাহটো আহিল। কান্দি থকা ছোৱালীজনীয়ে উভতি চাই চক্ খোৱাৰ দৰে মোৰ ফালে চাই কন্দা বন্ধ কৰিলে আৰু সাউত কৰে থিয় হ'ল। মই সুধিলোঁ—"বেলি ক'ত, অমলা?"

"গা ধুবলৈ গৈছে।"

অলপ বলো। কাহটো আকৌ উঠিল। কাহ সম্বৰণ কৰি কথা কয় খোজোঁতেই দেখিলোঁ। অমলাই নাকেৰে সোঁত-সোঁতাই এখন ছবি চাই আছে।

বুজিবলৈ বাকী নৰল কি চাইছে। মই লাখুটিত ভৰ দি অলৰ-অচৰ গছৰ মুঢ়াৰ দৰে থিয় দি ৰলোঁ। ৰুমটোৰ কাষৰ মেজত দেখিলোঁ ৰজতৰ এখন বাষ্ট ফটো। ইউনিফৰ্ম সদায় থাকে। অমলাই ছবিখন লৈ চাই বৈ গৈছে।

"বহক।"

তাইৰ কথাষাৰ ইমান করুণ আৰু মিঠা যে মোৰ অন্তৰখন সেমেকি গ'ল। অমলাক সান্ত্বনা দিবলৈ "আই অ' কান্দিছ কিয়? মই বুঢ়া মানুহটোৱেই থিৰেৰে আছোঁ, তই কান্দিছ কেলেই?"

॥ দুই ॥

চহৰখন অকস্মাতে শঙ্কিত হৈ উঠিল। খবৰ-কাগজ আৰু ৰেডিঅ'ৰ খবৰত হঠাতে সিদিনা খবৰ ওলাল উত্তৰ-পূৰ্ব সীমান্ত অঞ্চলৰ চহৰ এখন এখনকৈ এৰি দিব লগা হ'ল আমাৰ সৈন্যই। আমাৰ সৈন্যই পিছ হুঁহকি অহা কথাটো আমাৰ ঘৰত কাৰো সহ্য হোৱা নাছিল, কাৰণ আমাৰ দুয়োটা লৰা ফ্ৰণ্টত আছে। কাৰো খবৰ পোৱা নাই। চাওঁতে চাওঁতে ৰজতৰ বিয়া পৰা এমাহ হ'লহি, জাৰত মই কাহৰপৰা কষ্ট পাবলৈ ধৰিলোঁ। কিন্তু সকলো কষ্ট আওকাণ কৰি চহৰলৈ অহা আমাৰ পৰ্ব্বতীয়া ভাইহঁতৰ শুশ্ৰূষাত লাগিছিলোঁ। ৰেলিহঁতৰ ঘৰৰ ওচৰতে থকা কেম্পটোলৈ মই, প্ৰমীলা, বিমলা আৰু অমলা চাৰিওটি প্ৰাণী নিয়ম মতে গৈ কাম কৰিছিলোঁ।

নৱেম্বৰৰ কোনোবা এটা তাৰিখ। মনত নাই। পুৱা শুই উঠি মিক্সাৰৰ টেমাটো উলিয়াই লৈছিলোঁ। প্ৰমীলাই চাহ কৰিছিল।

তেনেতে উধাতু খাই লৰি আহি কোঠাটোৰ ভিতৰ সোমালহি বেলি। বেলিৰ মৰমলগা সুন্দৰ চেহেৰাত হাঁহি নাছিল, আছিল এটা ভয়ানক উদ্বেগ। পিন্ধা কাপোৰ-কানিবোৰতো শৃঙ্খলা নাছিল, ঘৰত পিন্ধি থকা ভাৱেই লৰি আহিছে।

"কি হ'ল বেলি ?"

বেলিয়ে ফোপাইছিল। বেলিৰ এটা অভ্যাস আছে যে মোৰ আগত নবহে। অনেক বছৰ ধৰিও চেষ্টা কৰি পৰাগৈ নাই। কিন্তু আজি এটা মুঢ়া টানি খপ কৰে বহি পৰিল। বুজিলোঁ। কথা ডাঙৰ। সময়ো জানো কিবা এলাপেচা ?

মই মিক্সাৰটো পকাই মুখত ললোঁ। জানো, বেলিয়ে মোক তিৰস্কাৰ কৰিব তাৰ বাবে। কাৰণ বেলিয়ে মই চিগাৰেট হুপি শাসৰ বেমাৰটো বঢ়াই লোৱাটো মুঠেই বাঞ্ছা নকৰে। বেলিৰ মোলৈ বৰ মৰম, এই কথা মোৰ বাহিৰে কোনেও নেজানে—নৈৰ তল সুঁতি জানো দেখি !

বেলিয়ে কলে—"আপুনি গম পোৱা নাই ?"

"কি ?"

"আথেইৰ কথা।"

"ওহোঁ। কি হ'ল ভাঙি-পাতি কোৱাঁচোন।"

"সকলোৰে সন্দেহ আথেইৰ ওপৰত। আমাৰ ওচৰৰ ডেকা-লৰা মথা জঁকি আছে।"

"কিয় ?"

"ময়ো নেজানো। কিছুমানে কৈছে চীনৰ চোৰাংচোৱা বুলি।"

"মিছা কথা, আথেইক মই বহুত দিনৰেপৰা জানো। তাৰ জন্ম ইয়াতে।"

বেলিয়ে এইবাৰ অলপ টানকৈ কলে—"পুৱা আমাৰ অ-চি অন গৈছিল। আমাৰ তাৰ কেম্পতে কোৱা শুনিলোঁ। আথেইৰ নামত পৰোৱানা বাহিৰ হৈছে।"

"তেনেহলে হয়তো কিবা অঘটন ঘটিছে। বিমলাও অহা নাই।"

"বিমলাই মোৰ তালৈ খবৰ পঠাইছে, আপোনাক এবাৰ মাতিছে।"

"মাতিছে ? তেনেহলে কথা ডাঙৰ।"

মই ডাঙৰ ডাঙৰকৈ প্ৰমীলাক মাতিলোঁ। প্ৰমীলাই একাপ চাহ লৈ আহি বাহিৰত বেলিক দেখি অবাক হৈ গ'ল। ভিতৰি ভিতৰি অপ্ৰস্তুতো হ'ল। কাৰণ মই সদায় মন কৰিছোঁ—বেলিৰ লগত তেওঁ মোক একেলগে কথা পতা দেখিব নোৱাৰে। কাৰণ একো নাই, এটা অকাৰণ ঈৰ্ষাৰ ভাব মাত্ৰ।

"বিয়নী দেখোন পুৱাই ওলালহি।"

বেলিয়ে সসম্ভ্ৰমে উত্তৰ দি কলে, "এবা দৰকাৰটো আপোনা-লোকৰে।"

মই চাহ কাপ লৈ কলোঁ, "প্ৰমীলা, গৰম পানী এটোপা দিয়াচোন, আথেইৰ তালৈ যাব লাগে।"

প্ৰমীলাই প্ৰতিবাদ কৰি উত্তৰ দিলে, "এই পুৱাখন গা ধুই ঠাণ্ডা লগাব নেলাগে। বিমলাৰ তালৈ যাব খুজিছে, কেম্পলৈ যাওঁতে সোমাই আহিব। আপোনালোকে কথা পাতক—নে বিয়নী ভিতৰলৈ আহিব, চাহ এটোপা খাওকহি !"

প্ৰমীলাৰ উত্তৰত মিচিকিয়াই হাঁহি বেলি ভিতৰলৈ যাবলৈ ওলাল। মই কলোঁ—"তোমাৰ আৰু প্ৰমীলা, খৰ লৰালৈ বোৱাৰী আনিবৰ হ'লহি, তথাপি কথা এটা পূৰাকৈ শুনিবৰ ধৈৰ্য্য নহল।"

"কিনো ? নকয় কেলেই ?"

"আথেইৰ নামত ৱাৰেণ্ট বাহিৰ হৈছে। বিমলাই মাতি পঠাইছে। বুজিলা নে এতিয়া বেলি কিয় উধাতু খাই ওলালহি।"

প্ৰমীলা সেই পিনেই থৰ হ'ল, উৎকণ্ঠিত হৈ কলে—"তেনে-হলে বৈ আছে কেলেই? নোলায় কেলেই? সোনকালে যাওক।"

"গা ধোৱা ঘৰত পানী দিয়াচোন।"

প্ৰমীলাই শলাগি বেলিক লৈ ভিতৰলৈ সোমাই গ'ল। যুদ্ধ আহি আমাৰ পৰিয়ালৰ ৰবঘৰত সোমালহি। মই লৰালৰিকৈ চাহ খালোঁ। তাৰ পাছত আনকালতকৈ সোনকালে গৈ পিতাৰ প্ৰকাণ্ড ছবিখনৰ ওচৰত থিয় হৈ সেৱা এটি কৰিলোঁ। ছবিখনত আগবাত্তিৰ ভিতৰতে কিহবাই জাল বান্ধিছিল। হাতখনেৰে গুচাই দিলোঁ। তাৰ পাছত উলটি আহিলোঁ।

বাথ-ৰুমত সোমাই আকো গৰম পানী ঢালিলোঁ। সম্পূৰ্ণ নিৰাভৰণ দেহত আজি এমাহৰ শুশ্ৰূষাৰ কামৰ ভাগৰ থুপ খাই আছিল। দেহটোৰ অঙ্গ-প্ৰত্যঙ্গ সকলোবোৰ বুঢ়া হৈ আহিছে। এই দেহৰ লগে লগে ৰজতৰ অনিষ্টৰ আশঙ্কাত গাটো জিকাৰ খাই উঠিল। কি ঠিক? আজি এমাহে ৰজতৰ খবৰ পোৱা নাই। পলৰীয়া সৈন্য বহুতো আহিছে, কিন্তু ৰজতৰ কোনো দেখাদেখি নাই। বোধহয় মৰিছে···ছিঃ ছিঃ কি ভাবিছোঁ মই! মৰা নাই। মৰিল খবৰ পালোহেঁতেন। সৈন্য-বিভাগৰ ওচৰলৈ খবৰ সুধি চিঠি দিছোঁ। খবৰ পোৱা নাই এতিয়াও। এতিয়াও আশা কৰিছোঁ সি ঘূৰি আহিব। আওঠি পিন্ধোৱা ছোৱালী আছে, বিয়া কৰাব, বংশ ৰক্ষা পৰিব। ৰজত মৰিব নোৱাৰে। প্ৰমীলাই দিনে-ৰাতি চিন্তা কৰিছে প্ৰশান্তৰ বাবে। প্ৰশান্ত মৰাৰ ভয় নাই, সিতো মোৰ লৰা নহয়—তাৰ গাত মোৰ সৈনিকৰ প্ৰকৃতি একো নাই। তাতে সি ডাক্তৰ। শুনিছোঁ সি ৱালঙত আছে, খুব যুদ্ধ হৈছে তাত। তিনি-চাৰি দিন চীনৰ আক্ৰমণ আমাৰ সৈন্যসকলে ওকৰাই দিলে। প্ৰশান্ত গুলীৰ আগত নপৰে, এই বিশ্বাস মোৰ আছে। তাৰ আগতে পলাব। কিন্তু ৰজত, সি হোজা সৰল সাহসী। আমাৰ

কছাৰী লৰা যেনেকুৱা হব লাগে তেনেকুৱা। মৰিবলৈ ভয় নাই। সেইবাবেই ভাবৈ মোৰ ইমান চিন্তা।

ইতিমধ্যে প্ৰমীলাই আকৌ বাথ-ৰুমৰ দুৱাৰত ঢকিয়ালেহি—“বোলোঁ শুনিছে নে, ওলাবৰ হোৱা নাই নে?”

“হৈছে হৈছে।”

“বোলোঁ বুঢা শৰীৰ কিমান ধোৱে।”

বাহিৰত বেলিয়ে কোৱা শুনিলো—“বিয়নী, আপুনিও ভাল। তেনেকৈ কয় নে?”

“নকৰ বুজিছে নে? বাথ-ৰুমত সোমালে এখেতৰ কি হয় কবই নোৱাৰি।”

মোৰ হাঁহি উঠিল। চুৰিয়াখন পিন্ধোতে মোৰ ভাব হ'ল, বোধহয় মই নিজক খুব ভাল পাওঁ। মনে মনে এই সংসাৰখনৰ প্ৰতিও যে বিতৃষ্ণা আছে সি ধ্ৰুৰূপ। এই বাথ-ৰুমই মোৰ নামঘৰ।

ওলাই আহি চুৰিয়া-চোলা পিন্ধি সাজি-কাচি লাখুটিডাল হাতত ললোঁ। তেনেতে বেলিয়ে কলে, “ময়ো যাওঁ নেকি আপোনাৰ লগতে?'

অসম্বন্ধীয়া তিৰোতা এজনী লগত লৈ আলিবাটত বিক্ৰাত যোৱা অসুখকৰ নহলেও বিপজ্জনক। সৰু চহৰত উৰা-বাতৰি নামৰ ষথিনী গৰাকীৰ দিনৌ একোটিকৈ সন্তান জন্মে। এই সদাজন্মদায়িনীৰ উপপতি হবৰ মন নাছিল, সেই বাবে বেলিক কলোঁ, “তুমি বহঁা বেলি। আমাৰ এওঁৰ লগত একেলগে যাবা। অ' আৰু এটা কথা প্ৰমীলা—”

“কি?”

“এওঁলোকক এদিন ভাত খাবলৈ নেমাতা কেলেই?”

“অঁ, ছোৱালীজনীয়েও ঘৰখন গৰকি যাওকহি। দেওবাৰলৈকে মাতক।”

“ভাল হব।”

বেলিব মুখলৈ চাই এবাৰ হাঁহিলোঁ। আৰু প্ৰাক্-যৌৱনৰ সেই মৰমৰ দিনবোৰৰ কথা সুঁৱৰিলোঁ। বেলিয়ে প্ৰায়ে বৈছাগুত পোৰা মাছেৰে মোক পঁইতা ভাত আৰু পুৰণি লাওপানী দিছিল। সেই মজা এই চহৰীয়া মেজত খোৱা ভাতত ক'ত আছে—তাতে কছাৰীক বিয়া কৰালে যদিও প্ৰমীলা আজীৱন বামুণ হৈয়ে থাকিল খোৱা-বোৱাৰ বিষয়ত। ঘৰত সেই গাঁৱৰ জুতি আৰু নাই, কিন্তু স্মৃতি আছে নিশ্চয়। মেজত জানো মজিয়াখনৰ প্ৰেতাত্মাটো নেদেখি।

ৰিক্সাত উঠি কলৈকো নোচোৱাকৈ চিধাচিধি আথেইহঁতৰ তালৈ গলোঁগৈ। শঙ্কিত চহৰত সৈন্যৰ সমাবেশ দেখিলোঁ য'তে ত'তে। ধুমধাম মটৰ-লৰী ৰিকুইজিশ্যন কৰা হৈছে। ড্ৰাইভাৰবোৰৰ খেনোৱে জিৰাইছে শৰ্ম্মাৰ চাহৰ দোকানত। ভাগ্যক ধিয়াই ওলাইছে তেজুৰ ফালে। তেজুৰ উত্তৰলৈকে সৈন্য পৰিবহন কৰিব লগা হৈছে। মই সিহঁতলৈ চাই ভগৱানক এবাৰ প্ৰাৰ্থনা জনালোঁ দেশৰ জয়ৰ বাবে। সৰু চহৰখনত সকলোৱে প্ৰাৰ্থনা কৰিছে। আজি চহৰত উত্তেজনা নাই, আছে আশঙ্কা। হঠাতে মই দেখিলোঁ মাইকত কোনোবাই কোৱা, বোধহয় নাগৰিক প্ৰতিৰক্ষা কমিটিৰ মানুহ। ট্ৰেঞ্চ খান্দিবলৈ কৈছে। এষাৰ-দুষাৰ কথা কাণত পৰিল। বস্তুৰ দাম যাতে নবঢ়ায় তাৰ বাবে ব্যৱসায়ীসকলক অনুৰোধ কৰিছে। আৰু এষাৰ কথা কাণত পৰি গা চিৰিংকৈ গ'ল। "শত্ৰুৰ চৰৰপৰা সাৱধান হওক। পঞ্চম বাহিনীৰপৰা সতৰ্ক হওক।"

অনুমান হ'ল আথেইৰ বিৰুদ্ধেই যেন এই সতৰ্ক-বাণী উচ্চাৰিত হৈছে। ৰিক্সাৱালাটোক খুব কোৰেৰে ৰিক্সা চলাবলৈ আদেশ দিলোঁ। তথাপিও আথেইৰ ঘৰ পাওঁতে পাওঁতে বেলি উঠি আহিল, ঘড়ী চাই দেখিলোঁ পূৰা ন বাজিছে। ওচৰৰ চাহ-বাগানত চুক্‌ৰীবোৰে ইতিমধ্যে পাত তোলা আৰম্ভ কৰিলেই। কলঘৰৰ কাম চলি আছে। অফিচ-ষ্টাফৰ বাবুবোৰ ঘৰৰপৰা ওলাই কামলৈ আহিছে।

আথেইৰ শ্ব-মিলটো বাগানখনৰপৰা পোন্ধ্ৰ মাইলমান দূৰতে। ওচৰতে তাৰ এটা চাপৰ চাংবঙলা। মই দেখিলোঁ গেটৰ ভিতৰত পুলিচ সোমাই আছে। ওচৰৰ এজাক ডেকা লৰাই ঘৰৰ চৌহদৰপৰা দূৰত বৈ উৎকণ্ঠাৰে ঘটনা চাবলৈ অপেক্ষা কৰিছে। মই সোমাই যোৱাৰ লগে লগে পুলিচবপৰা আৰম্ভ কৰি বাহিৰা মানুহবোৰকে সকলোৱে মূৰ তুলি চালে। মোৰ খুব লাজ লাগিল। ভয় খালোঁ, কিজানি আথেইৰ কিবা গুৰুতৰ অপৰাধ হৈছে।

ওপৰ মহলাত উঠি চিধা ড্ৰইংৰুমলৈ গলোঁ। কোনো নাই। তাৰ পিছত ডাইনিং হলটো পাৰ হৈ চিধা বন্ধ শোৱা কোঠাটোৰ দুৱাৰ-মুখত থিয় হৈ কাণপাতি শুনিলোঁ—কোনোবা আছে নেকি, কিবা কথা পাতিছে নেকি ?

শব্দ শুনি দুৱাৰত টুকিয়াই কলোঁ—"বিমলা, দুৱাৰ খোল ”

প্ৰথমবাৰত উত্তৰ নেপাই ডুবাৰ মাতিলোঁ—"বিমলা, বিমলা ”

"কোন ?"

"মই পিতাৰ।"

দুৱাৰ খোলাৰ শব্দ হ'ল আৰু লগে লগে বিমলা থিয় হ'ল চকুৰ আগত। অসম্ভৱ শেঁতা পৰিছে মুখখন, চকুহালিও ৰঙা, বোধহয় শোৱা নাই।

"কি হৈছে বিমলা ?"

"ৰাতিপুৱাৰেপৰা পুলিচে পহৰা দি আছে ঘৰ। কিছুমান লৰা আহি কালি ৰব টিট্‌কাৰি দিলেহি।"

"কিয় ?"

"চীনৰ বিৰুদ্ধে উষ্মা প্ৰকাশ কৰিবলৈ আহিছিল আথেইৰ ওচৰত।"

"ছিঃ ছিঃ, ইহঁতে দেশৰ নাম দুমাব। চীনা হ'ল বুলিয়েই যে

চীনৰ চৰকাৰৰ দোষ এওঁৰ গাত পৰিব সেই কথা ইহঁতে ভবাটো ভুল হৈছে।"

বিমলা হঠাতে উদ্দীপ্ত হৈ কলে—"এওঁৰ গাতো কেণা আছে।"

"কি কেণা ?"

"কৌৰৱৰ চাউল খাই পাণ্ডৱৰ গুণ গায়।"

মই একো মাতিবলৈ নহল। ভিতৰলৈ সোমাই গলোঁ। দেখিলোঁ বিচনাত দীঘল দি আথেই শুই আছে। আথেইৰ চুলিকোছা কিচ্-কিচীয়া মিঠা ক'লা, মুখখন উজ্জ্বল বগা, মূৰটো অসম্ভৱ ডাঙৰ; গা পাতল, কঁকাল সৰু আৰু শকত বুকু। দেখনিয়াৰ চেহেৰা। শান্ত-ভাৱে শুই আছে—খেচেৰা। এবাৰ কমটোৰ কেউফালে চালোঁ, এখন ছবি জিলিকিল বেৰত। চীনা তিৰোতাৰ কিম'ন'টোৱে তুলি ধৰিছে তেজাল গাভৰুজনী। একাষে এখন মেজত এটা সৰু মদৰ বটল আৰু বেকনৰ টেমা। এখন প্লেটত কাঁটা-চামুচ দুযোৰ পৰি আছে। ওচৰৰ এখন চকীত পৰি আছে দুখন চীনা আলোচনী। আখৰবোৰ বুজি নেপাওঁ। আন এখন চকীত পৰি আছে চুৱেটাৰ গোঁথা সামগ্ৰী।

"চুৱেটাৰ কালৈ গুঁথিছ বিমলা ?"

"জোৱানলৈ।"

মনটো ভাল লাগি গ'ল। চীনাৰ লগত থাকিও তাই দেশক পাহৰা নাই। মই চুৱেটাৰটো লিৰিকি-বিদাৰি চাই কলোঁ, "আৰু ডাঠ কৰিব লাগিছিল নেকি ? বৰ ওখত যুঁজিছে নহয় ৰজতহঁতে। হিমালয়ৰ বৰফ বোধিবলৈ আৰু শক্তিশালী চুৱেটাৰ লাগে।"

বিমলাই হঠাতে আহি সুধিলে, "হয় নে দেউতা, চীনা বাহিনীৰ আগত আমাৰ সৈন্যই বোলে যুঁজকে দিব পৰা নাই ?"

"কোনে কৈছে ?"

"আথেয়ে।"

মোৰ মূৰ গৰম হৈ গ'ল। কলোঁ—"ডকাইত ঘৰত সোমালে

গিৰিহঁতে সাজু হৈ সিহঁতক খেদিবলৈ অলপ সময় লাগে। কিন্তু আথেয়ে মিছা কথা কৈছে। পিছ হুঁহকি অহাক যুঁজ নকৰা সুবুজায়।"

"ময়ো কৈছিলোঁ। কিন্তু দেউতা......"

"কি ? বলিচোন!"

"কলে আপোনাৰ সহ্য নহব........"

"ক, এতিয়া আৰু মুখলৈ চোৱাৰ সময় নহয় বিমলা।"

"আথেই এই কেইদিন খালি মাকুমলৈ গৈছে আহিছে, কাম-বন কৰা নাই। বাগানৰ বৰ চাহাবে তাগাদা দিও কাম আদায় কৰিব পৰা নাই। মাকুমলৈ কি কৰিবলৈ যায় একো কব নোৱাৰোঁ। ৰাতি এডোখৰত আছে।"

"ভয় খাইছে হব পায়।"

"প্ৰথমতে ময়ো সেইদৰে ভাবিছিলোঁ, কিন্তু মানুহটোৰ আও-ভাও সকলো বেলেগ পাইছোঁ।"

"কিজানি চিন্তাতে তেনে হৈছে। চানাসকলক এই সময়ত সকলোৱে সন্দেহ কৰিছে। ইমান দিনলৈ যে আথেই গ্ৰেপ্তাৰ হোৱা নাই ভাগ্য বুলিবি।"

বিমলাই এবাৰ আথেইক বিচনাতে চাই আহিলগৈ—সাৰ পাই আছে নে শুই আছে। আথেই শুই আছে। মই দেখি অবাক হলোঁ। গিৰিয়েক-ঘৈণীয়েকৰ মাজত ইমান সন্দেহৰ ভাব কেনেকৈ হবলৈ পালে ?

বিমলাই কলে—"দেউতা চ'ৰাঘৰলৈ বলক। কথা আছে।"

দুয়ো ওলাই আহি চ'ৰাঘৰত বহিলোঁ।

বিমলা এখন কাঠৰ চকীত বহিল। মই চোফাত দীঘল দি চৈমাটো উলিয়াই মিক্সাৰ পকালোঁ। মই তেতিয়া মহাকাব্য অথবা ফেদেলী পুৰাণ শুনিব পৰা হৈ আছিলোঁ।

বিমলাই কলে—"দেউতা বিশ্বাস কৰক, আথেই এই দেশৰ নাগৰিক হব নোখোজে, বহুত দিনৰ মূৰত আজি মোক খাটাংকৈ কলে।"

"কি! তাৰ জন্ম ইয়াত। ইয়াৰ নাগৰিক নহৈ ক'ৰ নাগৰিক হব?"

"মোৰ কবলৈ লাজ লাগে দেউতা। আমাৰ বিয়া হোৱা বছৰেই কমিউনিষ্ট চীন হ'ল। তেতিয়াৰেপৰা তেওঁৰ মন বেলেগ হ'ল"

"হুঁ।"

"আপুনি যে অতদিনে কিয় নাতি লবাৰ মুখ দেখা নাই তাক জানো জানে?" কথা কওঁতে কওঁতে চকুপানী ওলাল বিমলাৰ।

বিমলাৰ লৰা-ছোৱালী নোহোৱা কথাটো আমাৰ ঘৰত প্ৰায়ে ওলায়। মই ভাবিছিলোঁ আজিকালি পৰিয়াল পৰিকল্পনাৰ যুগৰ দম্পতি—হয়তো সোনকালে সন্তান বাঞ্ছা কৰা নাই। মাকে কিন্তু বিপদ গণিছিল। সুধিলোঁ—"ক, কিয়?"

"তেওঁ কয়, বোলে আমাৰ সন্তান হব নোৱাৰে।"

"আগেই এনেকুৱা বুলি জনা নাছিলোঁ বিমলা, বিয়া কৰাওঁতেই তই সাৱধান হব লাগিছিল।"

বিমলাই কিছুপৰ বৈ আত্মসম্বৰণ কৰিলে, তাৰ পিছত কলে— "যিদিনাখন ৰজত আহিব লগা আছিল, সেই দিনাখন প্ৰথমতে মই গম পালোঁ এওঁৰ আচল স্বৰূপটো।"

"কি! অ' সেইদিনা তহঁতৰ কথাৰ ঝনঝননি শুনিছিলোঁ।"

"সেইদিনাখন আগেয়ে ঢোলা, কিবিটু আদি পতনৰ কথা কৈছিল, আৰু যেন গৰ্ব্ব বোধ কৰিছিল। মই খুব গালি পাৰিলোঁ।"

"মুৰ্খ।"

"মুৰ্খই নহয় দেউতা, শত্ৰুও।"

হঠাতে মই সুধিলোঁ, "আৰু কিবা গম পাইছ নেকি?"

বিমলা এবাৰ উঠি গ'ল, তাৰ পিছত দুৱাৰেদি ভুমুকিয়াই আগেইক চাই আহি কলে—"মই একো গম পোৱা নাই, কিন্তু থানাৰ অ-চিয়ে কৈছে আজি বা কাইলৈ গ্ৰেপ্তাৰ হব আগেই।"

"যুদ্ধত প্ৰতিপক্ষৰ নাগৰিকক গ্ৰেপ্তাৰ কৰা নিয়মেই, সেই বাবেও কৰিব পাৰে।"

"ওঁহো নহয় দেউতা। আথেই যদি চীনৰ চৰো হয়, তেন্তে মই আচৰিত নহওঁ।"

মোৰ গোটেই দেহটো গৰম পানী উতলাদি উতলিবলৈ ধৰিলে। সুস্থিৰভাৱে আথেইৰ গুপ্ত-কাৰ্য্য জানিবৰ বাবে ব্যগ্ৰ হৈ উঠিলোঁ। সুধিলোঁ "তই সঁচাকৈয়ে গম পাইছ নেকি যে আথেই চৰ?"

"চাৰি দিনৰ আগতে এদিন আথেই খুব মদ খাই ঘৰ ওলালহি। প্ৰথমতে খুব হাঁহি হাঁহি কলে চীন জিকাৰ কথা। লাহে লাহে খুব উত্তেজিত হ'ল আৰু তাৰ পিছত কলে, মাকুমত হেনো এটা ট্ৰেন্সমিটাৰ ধৰা পৰিছে ···খুব ঠাট্টাৰ সুৰত কথাবোৰ কৈ গৈছিল।"

"ধৰা পৰাৰ কথা দেখোন কাগজতো ওলাইছে। তাৰপৰা একো ধৰিব নোৱাৰি।"

"কিন্তু এওঁ সেই মানুহটোৰ ঘৰলৈ সদায় যায়—সেই দিনাও তাৰপৰাই আহিছিল।"

এইবাৰ মোৰ সন্দেহ দূৰ হ'ল। মই নিৰৱ হৈ চিগাৰেটটো হুপি শেষ কৰিলোঁ, তাৰ পিছত খুব দৃঢ়ভাৱে কলোঁ, "পুলিচক খবৰ দিব লাগিব, আথেইৰ চাল-চলন সন্দেহজনক।"

হঠাতে বিমলাই হাঁহিবলৈ ধৰিলে। আৰু হাঁহি হাঁহি কলে—"মই ইতিমধ্যে সকলো কৈছোঁ অ-চিক। নিজৰ গিৰিয়েক হলে কি হ'ল, দেশৰ কথাত লুক-ঢাক কৰিব নেপায়।"

কথাযাৰ কোৱাৰ লগে লগেই প্ৰায় দুৱাৰমুখত আহি থিয় হলহি আথেই। তাৰ চকু কেইটা খুব ৰঙা। মদৰ জাল আৰু টোপনি খতিত বোধহয় তেনে হৈছে। আথেয়ে সুধিলে—"আপুনি কেতিয়া আহিলে?"

"অলপ সময় হ'ল।"

তাৰ পিছত মই আৰু তাৰ মুখলৈ চাবলৈ নহল। বিমলাৰ মুখত

তেতিয়া হাঁহি নাই, ক'লা পৰি গ'ল মুখখন। তাই খপ্ কৰে উঠি ভিতৰলৈ সোমাই গ'ল। বিমলালৈ মোৰ বেথা উপজিল। ঘৰ-ধৰ্ম্ম-দেশ সকলোৰে হকা-বধা ওফৰাই দি তাই আথেইক ভাল পাইছিল, বিয়াও কৰাইছিল সেইবাবেই। কিন্তু মানুহক বিয়া কৰাই সংসাৰ কৰিবলৈ যে ভাল পোৱাতকৈও বেলেগ এটি বস্তু লাগে, সেইটো কথা তাইৰ ফুকলীয়া মগজুৱে ঢুকি পোৱা নাছিল। সেইটো হ'ল মতি। মতি একে নহলে অকল হৰি-ভকতিয়েই যে নিসিজে এনে নহয়, সংসাৰো নচলে। বিমলাই বিচাৰিছে সন্তান, আথেয়ে বিচাৰিছে সন্তানহীনতা। বিমলাই বিচাৰিছে দেশ, আথেয়ে বিচাৰিছে বিদেশ। চীনৰ আক্ৰমণৰ লগে লগে ভয়ঙ্কৰ পৰিস্থিতিৰ উদ্ভৱ হৈ পৰিছে সেইবাবে। বিমলা আৰু আথেই আজি সিমান আঁতৰ, যিমান আঁতৰ ভাৰত আৰু চীন।

আথেই আহি মোৰ সম্মুখৰ এখন চকীত বহি কলে—"ৰজতৰ কিবা খবৰ পালে নে?"

"ওহোঁ।"

"প্ৰশান্তৰ?"

"ওহোঁ।"

দুয়ো কিছুপৰ নিমাতে বলোঁ। কি কথা পাতিম ভাবি নেপালোঁ। আথেয়ে নিৰ্ব্বিকাৰভাৱে বেৰত আঁৰি থোৱা এখন চীনা ছবিলৈ চাই ৰ'ল। হঠাতে মই কলোঁ, "তুমি ক'ত ঘূৰা আজিকালি? নেদেখোঁৱেইচোন।"

"বিমলাই হবপায় ইতিমধ্যে আপোনাক কথা লগাইছে?"

"তোমাক যি প্ৰশ্নৰ উত্তৰ খুজিছোঁ তাক নিদিয়া কেলেই?"

আথেয়ে মোলৈ চকু ঘোপা কৰি চালে। চাৱনিত অকল যে অসন্তুষ্টিয়েই আছিল এনে নহয়, এটা দুৰ্ব্বোধ্য খঙো আছিল। আথেইৰ মুখত হাঁহি মাৰ যোৱা কোনো কালেই দেখা নাছিলোঁ, আজি দুৰ্য্যোগৰ আৰু অবিশ্বাসৰ মুহূৰ্ত্তত তাক দেখিলোঁ। মই আঁউজি আছিলোঁ,

ঘপ কৰে সহজ হৈ বহিলোঁ। তাৰ পিছত মনৰ দুৰ্ব্বাৰ উত্তেজনা দমাব নোৱাৰি থিয় হলোঁ, বোধহয় মোৰ চকুৱেদি জুই বৰষিছিল।

লাখুটিডাল লৈ আথেইৰ ওচৰত থিয় দি মই পুনৰ সুধিলোঁ— "আথেই, সৈনিকৰ চকুত একো সাৰি নাযায়—সঁচা কথা কোৱা এই কেইদিন কলৈ গৈছিলা, কি কি কৰিছিলা ?"

আথেই নিশ্চল হৈ বহি ৰ'ল। কোনো উত্তৰ নিদিলে।

হঠাতে মই অনুভৱ কৰিলোঁ মোৰ মূৰটো গৰম হৈ উঠিছে, হাতৰ তলুৱা, ভৰিৰ তলুৱাবোৰ পুৰিছে। দেহৰ সমগ্ৰ সিৰা-উপসিৰা কঁপিবলৈ ধৰিলে। বোধহয় মোৰ তেজৰ চাপ বৃদ্ধি পাইছিল। তথাপি মই উত্তেজনাৰ কোৰত আথেইৰ বুকুৰ কামিজটোত খামোচ মাৰি ধৰি সুধিলোঁ—"কবা নে নোকোৱা ?"

আথেয়ে মোৰ হাতখন একৱাই মোক বলেৰে ৷নি চকীত বহুৱাই দি কলে—"আপুনি বহুত বুঢ়া হ'ল, মোক মাৰিব পৰা শক্তি কাৰো নাই। আৰু মই এটা বিশাল বলী জাতিৰ সন্তান।"

মোৰ খং সপ্তমত চৰিল। লাখুটিডাল লৈ আথেইৰ মূৰতে মাৰ সোধাই দিলোঁ। মাৰটো বোধহয় বৰ কোৰত মাৰিছিলোঁ, আথেই উস্ বুলি বহি পৰিল।

ভিতৰত বিমলাই ভাত বহাইছিল, লাখুটিৰ মাৰ আৰু আথেইৰ চিঞৰ শুনি তাই দৌৰি আহিল। আহি আথেইৰ মূৰত হাত দি দেখে যে তেওঁৰ মূৰটো উথহিছে আৰু য'ত পূৰ্ণহতীয়াকৈ কোবটো পৰিছিল তাত মাখি-ছাল ছিগি তেজ বিৰিঙিছে।

তাই মোলৈ চাই কলে, "দেউতা কি কৰিলে আপুনি ?"

মোৰ অন্তৰত তেতিয়াও খং মাৰ যোৱা নাছিল, ক'ত অবিচাৰ হ'ল তাক ধৰিব নোৱাৰিলোঁ। অৰ্থহীনভাৱে বিমলালৈ চাই ৰলোঁ।

বিমলাই আথেইক একৰকম বলেৰে ধৰি নি বিচনাত পেলালে-গৈ। মই উঠি আহিব খুজিছিলোঁ, কিন্তু আথেয়ে অসুবিধা পায়

বুলি উঠিবলৈ নহল। আৰু এটা মিস্ত্ৰাৰ পকাই পকাই ভাবিলোঁ, বিধিৰ কি বিড়ম্বনা। একমাত্ৰ জোঁৱাই হ'ল শত্ৰুৰ ফলীয়া মানুহ আৰু দুই পুত্ৰ হ'ল দেশ ৰক্ষাত আগৰণুৱা দুজন বিশিষ্ট ডেকা। আথেয়ে যি দেশত উপজি যি দেশৰ চাউল খাইছে, সেই দেশক এই সঙ্কটৰ মুহূৰ্ত্তত সহায় কৰিবলৈ আগবাঢ়ি নাহি ভয়ানক ভুল কৰিছে। কোনোবা ভাৰতীয়ই যদি হনলুলু দ্বীপত উপজি তাতে বসতি কৰিছে, তাক হনলুলুবাসী নুবুলি ভাৰতীয় বোলা আমাৰ দেশৰ নীতি নহয়। কিন্তু চীনদেশৰ কথা বেলেগ। সিহঁতে সকলো বিদেশী চীনাকে থকা দেশখনতে বিদেশী হৈ থাকিবলৈ উদগনি দিছে। মই জনাত আথেই চাৰি-পাঁচ বছৰৰ আগতে এনে নাছিল। এই কেই বছৰতে হয়তো কোনোবা বিদেশী চৰৰ লগত তাৰ সংস্পাৰ্শ হৈছে।

চিগাৰেট হুপি হুপি শুনিলোঁ, বেৰৰ সিপাৰে কথাৰ গুণগুণনি উঠিছে, কিন্তু লাহে লাহে সি অস্ত্ৰৰ ঝন্‌ঝননিত পৰিণত হৈছে।

মই উঠি গৈ দেখিলোঁ শোৱা-কোঠাৰ দুৱাৰ আকৌ বন্ধ হৈছে। দুৱাৰত কাণ পাতি শুনিলোঁ। সন্দেহ হ'ল—দুৱাৰত ঢকিয়াই বিমলাক মাতিবলৈ ধৰিলোঁ, কিন্তু কোনো মাত নেপালোঁ। মই আকৌ দুৱাৰত ঢকিয়ালোঁ, তথাপি মাত নিদিলে কোনেও।

কিংকৰ্ত্তব্যবিমূঢ় হৈ চ'ৰা-ঘৰলৈ ওলাই গৈ হাত বাউল দি পুলিচ কেইটাক মাতিলোঁ। সিহঁত আহিলত মোৰ সন্দেহৰ কথা ভাঙি-পাতি কলোঁ। সিহঁতৰ লগত এ-এচ-আই এজন আছিল। প্ৰকাণ্ড হটঙা মানুহ। তেওঁ মোলৈ পোন্দোৱাকৈ চাই কলে—কোঠাটো দেখুৱাই দিবলৈ। মই লৈ গলোঁ আৰু দুৱাৰখন দেখুৱাই দিলোঁগৈ।

মানুহটোৱে সোধ-পোছ নোহোৱাকৈ দুৱাৰত গুৰিয়াবলৈ ধৰিলে। চাৰিটামান গোৰতে দুৱাৰৰ কব্জা এৰাই গ'ল আৰু পুলিচ চাৰিটাৰে সৈতে দুৱাৰখন একৰাই আনি সিহঁত সোমাই গ'ল।

মই সোমাই গৈ দেখিলোঁ কমৰ ভিতৰত এটা কেৰাচিন-ষ্টোভ

জ্বলিছে আৰু তাত দুখন কিতাপ পেলাই থোৱা আছে। এ-এচ-আই-জনে পোৱা কিতাপ দুখন ভালকৈ ৰাখিবলৈ আদেশ দিলে এটা পুলিচক।

কমটোৰ ভিতৰত কোনো নাই।

আমি সকলো আচৰিত-হলোঁ। এ-এচ-আইজনে দেখিলে চুকত এটা বাথ-কম আছে, তাৰ দুৱাৰো বন্ধ।

এইবাৰ তেওঁ সেই দুৱাৰখনো গুৰিয়াবলৈ ধৰিলে। গুৰিয়াওঁতে গুৰিয়াওঁতে অলপ পৰৰ মূৰত দুৱাৰখন ভাগি গ'ল।

কিন্তু দুৱাৰ খোলাৰ লগে লগে প্ৰকাণ্ড চিঞৰ মাৰি আথেই এ-এচ-আইজনৰ গাত জঁপিয়াই পৰিল। কিন্তু প্ৰকাণ্ড হটঙা মানুহটোৰ আগত সি বেছি পৰ তিষ্ঠিব নোৱাৰিলে। আথেইৰ হাত দুখনত হেণ্ডকাফ দি দুটা পুলিচৰ হাতত এৰি দিলে তাক।

মই বাথ-কমৰ ভিতৰলৈ সোমাই গলোঁ। দেখিলোঁ বিমলাৰ মুখখন শেতা পৰি আছে। তাই এটা চুকত আঁউজি আতঙ্কত প্ৰমাদ গণিছে।

এ-এচ-আইজন ভিতৰলৈ সোমাই গ'ল আৰু বিমলাক মাতিলে। মই তাইক বাহিৰলৈ উলিয়াই আনি চোফাত বহুৱাই দিলোঁ। বিমলাই ফোঁপাইছিল।

বিমলা শ্ৰান্ত আৰু বিমৰ্ষ হৈ থকা দেখি মই তাইক তাতে এৰি আথেইৰ শোৱা-কমলৈ গলোঁ। দেখিলোঁ আথেই বিচনাত শুই পৰিছে, হাতৰ হেণ্ডকাফ খুলি দিছে পুলিচ কেইটাই।

মোক দেখি এ-এচ-আইজনে কলে—অ'-চিলৈ ফোন এটা কৰি আহোঁ, বহকচোন অলপ ইয়াতে। মানুহটোৱে অসম্ভৱ ভয় খাইছে।

এ-এচ-আইজন গুচি গ'ল।

মই আথেইৰ সন্মুখত থিয় দিলোঁগৈ। আথেই মোলৈ চাই হঠাতে উঠি বহিল। তাৰ পিছত তাৰ চকুযুৰি করুণ হ'ল। একুৰা

অলা জুই যেন চেঁচা পৰি গ'ল। সি বুজিলে তাৰ আস্ফালন আৰু শক্তি প্ৰদৰ্শনৰ আৰু মূল্য নাই। সি কলে—"আপোনালোকে মোক মিছাকৈয়ে শাস্তি দিছে।"

"শাস্তিতো তোমাক দিয়া নাই, তুমি দিছা আমাক।"

"আপোনালোকে মোক চৰ বুলি সন্দেহ কৰিছে। আৰু সকলোকে কৈ ফুৰিছে। পুলিচো মাতিছে।"

"তুমি এই সন্দেহ মিছা বুলি কব খোজা নেকি?"

আথেয়ে একো নেমাতিলে। মই সুধিলোঁ—"মাকুমত ধৰা পৰা চোৰাংচোৱাটো তোমাৰ বন্ধু আছিল?"

"আছিল।"

"সঁচা কথা কোৱাচোন, তুমি সঁচাকৈয়ে চৰ আছিলা নেকি? তোমাৰ গ্ৰেপ্তাৰ যে হব ধুৰুপ। কিন্তু বিমলাৰ কাৰণে মই সুধিছোঁ, তুমি সঁচাকৈয়ে এই দেশৰ শত্ৰুক নেকি?"

"মই একো নেজানো। পিকিং ৰেডিঅ'ই কৈছে ভাৰতেহে আক্ৰমণ কৰিছে। আৰু—আৰু কিছুমান—"

"কিছুমান কি?"

"সৌ জুলি থকা স্টোভটোত কিছুমান চীনা ভাষাৰ কিতাপ আছিল—সেইবোৰ পুৰি দিছোঁ।"

"কি কিতাপ?"

"মাও-চে-টুঙৰ কিতাপ।"

"কিয় পুৰিলা?"

"এনেয়ে। বৰ ভয় লাগিল।"

"হুঁ।"

হঠাতে মোৰ মনত পৰিল আথেইৰ দেউতাকৰ কথা। বাগানৰ মিস্ত্ৰী আছিল। যুদ্ধৰ সময়ত এবাৰ দেখা হৈছিল। সেই সময়ত ভালেমান চীনা সৈন্য ইয়ালৈ আহিছিল জাপানৰ লগত যুঁজ কৰিবলৈ।

সেই মিস্ত্রীটোৱে মোকো কৈছিল সিহঁতৰ বোলে মাঞ্চুৰজা থাকোঁতে গোটেইখন দক্ষিণ-পূৰ্ব্ব এচিয়া সিহঁতৰ দখলত আছিল। মই বুৰঞ্জী ৰবকৈ নেজানো, কিন্তু অসমথনো চীনা ৰাজ্যৰ ভিতৰত বুলি কওঁতে মোৰ গোটেই শৰীৰ জ্বলি উঠিছিল। এইবোৰ অপপ্ৰচাৰ।

মই সুধিলোঁ—"কিতাপবোৰত কি আছিল ?"

আথেয়ে কলে, "দুই এখন মেপো দেখিছোঁ মই। গোটেই নেফা-অঞ্চল চীনৰ বুলি দাবী কৰা আছে ”

"আথেই, কত হেজাৰ বছৰৰ আগৰেপৰা সেইবোৰ ঠাই আমাৰ। চীনে বলেৰে লোকৰ দেশ আক্ৰমণ কৰি লবলৈ আহিলেই হব নেকি ?"

আথেই নিমাতে ৰ'ল।

মই আকৌ কলোঁ, "যিখন দেশত আছা তাৰ হৈ যুঁজিবৰতো শক্তি তোমাৰ নায়েই, সেই দেশক এতিয়া লোকৰ হাতত তুলি দিব খুজিছা। তুমি চোৰাংচোৱা হোৱা নোহোৱা, তুমি দেশৰ অহিতকাৰী ”

"মই চীনা, এইটোৱেই মোৰ দোষ ”

আথেইৰ মুখ শেঁতা পৰি গ'ল কি কব কি নকব সি একো স্থিৰ কৰিব নোৱাৰা হ'ল।

মই আথেইক বিশ্বাস নকৰিলো। আথেই যে চীনা চৰকাৰৰ প্ৰতি অনুগত এই বিষয়ে মোৰ সন্দেহ নৰল। আথেয়ে কি বিচাৰিছে সি বুজা নাই সি মাও-চে-টুঙৰ বন্দুক হব খুজিছে।

মই আৰু তৰ্ক নকৰিলোঁ। তাতে কিছু সময় থিয় দি বাহিৰলৈ ওলাই আহিব খুজিলোঁ। তেনেতে আথেয়ে কলে—"আপুনি ভাবিছে নেকি চীনৰ লগত ভাৰতে যুঁজ দিব পাৰিব ?"

মোৰ গা জ্বলি গ'ল। নোৱাৰিব কিয় ? ভাৰতৰ দৰে এটা জাতিক চীনে যুঁজত হৰুৱাব পাৰিব, এই কথা চীনা চৰ নহলে আনে বিশ্বাস কৰিব নোৱাৰে। মই কলোঁ, "যেনে তেনে আমি জিকিম। ধেমালি নেকি ? দেশৰ মাটি পৰক এৰি দিম ?"

আথেয়ে কলে, "মই কিন্তু নেভাবোঁ।"

এইবাৰ মোৰ গাত সংযম নোহোৱা হ'ল। মই খুব খঙেৰে তালৈ চালোঁ। আথেইৰ নোখোজা উপদেশ অকাতৰে সহ্য কৰি থাকিব নোৱাৰি।

আথেয়ে গালত হাত দি খুব ভয়েৰে মোৰ ফালে চালে, বোধহয় উত্তৰ দিব খুজিছিল, কিন্তু পুলিচ কেইটা দেখি বৈ গ'ল।

মই ওলাই গলোঁ। বাহিৰত দেখিলোঁ বিমলাই নিৰ্ব্বাক, নিস্পন্দ হৈ চকুহাল টেলেকাকৈ মেলি বাহিৰলৈ চাই আছে। তাইৰ জীৱনৰ কথা ভাবি মোৰ দুখ লাগিল।

ওচৰলৈ গৈ কলোঁ—"তোৰ দৰে ছোৱালীৰ বাপেক হবলৈ পাই মই বৰ সুখী। গৰ্ব্বত বুকু ফুলি পৰিছে। আথেইৰ ব্যৱহাৰ যে সন্দেহজনক সেই বিষয়ে মোৰ অকণো সন্দেহ নাই।"

বিমলাই মোৰ ফালে চাই আকৌ তলমূৰ কৰিলে।

তেনেতে শুনিলোঁ বাহিৰত এখন পুলিচৰ ভান বৈছেহি। মই ওলাই গলোঁ। দেখিলোঁ স্বয়ং এচ-পি চাহাব আহিছে সদলবলে। তেওঁলোক সোমাই আহিল। এচ-পিয়ে তৎক্ষণাৎ ঘৰ ঘেৰাও কৰিবলৈ আদেশ দিলে। তাৰ পিছত নিজে সোমাই আহিল আথেইৰ শোৱা-কোঠালৈ।

মই বাহিৰতে ৰলোঁ। আকৌ এটা মিক্সাৰ পকালোঁ। এইবাৰ থিয় হৈ ধোঁৱাবোৰ কুণ্ডলাকাৰে ধোঁৱা-বৰণীয়া বিষাদময় শূন্যলৈ এৰি দিলোঁ। মই যেন আজি এজন ডাঙৰ ভাৰবীয়া, তেনে যেন লাগিল নিজকে। যুদ্ধৰ যেন শব্দ কাণত পৰিলহি। শ শ মাইল দূৰৰপৰা কামানৰ বা বন্দুকৰ শব্দ আহি মোৰ হিয়া নচুৱাই তুলিছে। বুঢ়ী গোসানীয়ে ৰণোন্মত্তা হৈ নাচিছে। ৰক্ষা নাই, তহঁতৰ ৰক্ষা নাই। আথেই, তহঁতৰ এই শত্ৰুতাৰ প্ৰতিশোধ লব ৰজতহঁতে। সিহঁত বহি নাথাকে। খবৰ আহিছে ভয়ানক সংগ্ৰাম

চলিছে চেলাত আৰু ৱালগুত। জিকক, মোৰ বোপাইহঁত জিকক। মোৰ দৰে হেজাৰ-বিজাৰ বাপেকৰ লৰাই বন্দুক লৈ অথবা বন্দুক নলৈ যুঁজিছে—আথেইহঁতৰ বৰ্বৰৰ ষড়যন্ত্ৰ ওফৰাই দিবলৈ। এইবাৰ প্ৰাৰ্থনা কৰিলোঁ ভগৱানৰ ওচৰত, দেশলৈ ৰণচণ্ডী ভগৱতীক এবাৰ পঠিয়াই দিয়ক। ঘৰৰ ভিতৰত্ত পৰৰ দম্ভ সহ্য কৰিব নোৱাৰি।

অলপ পিছতে অ'-চিয়ে নিজে আথেইক সসম্ভ্ৰমে আগেদি লৈ গলহি ভানলৈ। যাবৰ সময়ত আথেয়ে মোলৈ এবাৰ কেৰাহিকৈও নেচালে। ময়ো উপযাচি একো কবলৈ নহল।

ভানখন চলি নগৰাভিমুখে ৰাওনা হ'ল। নাটকৰ যৱনিকা পৰিল, আথেই গ্ৰেপ্তাৰ হ'ল মোৰ বুঢ়া মুখত ছাই সানি।

সিটো কোঠাত এচ-পিয়ে কথা পতা শুনিলোঁ। বিমলাৰ লগত কথা পাতিছে। বোধহয় আথেইৰ ভূত-ভৱিষ্যত-বৰ্ত্তমান সম্পৰ্কে।

মই চিগাৰেটত এটা দীঘলীয়া টান দিছিলোঁ, হঠাতে আপদীয়া কাহটোৱে উক দিলে। বহুত পৰ কাহি কাহি লবেজান হৈ পৰি গলোঁ এখন একাষৰীয়া বেঞ্চত। যেতিয়া সকাহ পাই উঠিলোঁ তেতিয়া দেখিলোঁ ভিতৰত কথা-বতৰাৰ শব্দ নাই, বৰং পদূলিমুখতহে এচ-পিৰ মটৰ গাড়ীখনৰ শব্দ হৈছে।

লৰালৰিকৈ উঠি মই ভিতৰলৈ গলোঁ। বিমলা চ'ৰা-ঘৰৰ চোফাত নাই। তাইক বিচাৰি শোৱা-কোঠা পালোঁগৈ। দেখিলোঁ একান্তমনে তাই আলমাৰি খুলি তাইৰ অলঙ্কাৰ-পাতিবোৰ গোটাই এটা সৰু অলঙ্কাৰৰ বাকচত ভৰাইছে। দেখিলোঁ তাইৰ চকু-মুখ বিষণ্ণ। মই সুধিলোঁ—"কি কৰিছ বিমলা ?"

"পাপৰ প্ৰায়শ্চিত্ত কৰিব খুজিছোঁ।"

"কি! অলঙ্কাৰবোৰেৰে কি প্ৰায়শ্চিত্ত কৰিব পাৰিবি ?"

"মাই কোৱা শুনিছোঁ, সোণ দি হেনো পাপৰ প্ৰায়শ্চিত্ত কৰিব পাৰি।"

মাকৰ ব্ৰাহ্মণ্য সংস্কাৰ এতিয়াও মনৰপৰা যোৱা নাই, কাজেই একো অস্বাভাৱিক নহয়। মই সুধিলোঁ—“এই সোণবোৰ দিবি কাক ?”

“চৰকাৰক। চৰকাৰে যুদ্ধ চলাবলৈ সোণ খুজিছে নহয় !”

“ইমানবোৰ সোণৰ অলঙ্কাৰ দিবি নে ?”

“দি দিওঁ দেউতা। এইবোৰেৰে আৰু কি কৰিম ?”

মই একো কব নোৱাৰিলোঁ। আথেইৰ কি হয় মই একো নেজানো। বিচাৰ হব নিশ্চয়। কিন্তু বিমলাৰ হব কি ? মই কলোঁ—“ৰচোন, আৰু কিছুদিন বাট চাচোন। হুৰমুৰকৈ একো কৰিব নেপায়। মাৰকো সোধ····· ”

“আৰু একো সুধিবলৈ নাই। এচ-পিয়ে কলে আথেইৰ ওপৰত তেওঁলোকৰ পূৰা সন্দেহ। মাকুমৰ ‘ৱায়াৰলেচ চেট অপাৰেট’ কৰাত এওঁৰো হয়তো হাত আছে। মোৰ আৰু তেওঁৰ লগত মিলন হব নোৱাৰে দেউতা। এওঁৰ লগত সংসাৰ পতাৰ ফলত যি পাপ হ’ল, তাৰে প্ৰায়শ্চিত্ত কৰোঁ বুলিছোঁ।”

বেলি লহিয়ালে। পেটত কল্‌মলনি উঠিছিল। কিন্তু বিমলাই অলঙ্কাৰবোৰ ভালকৈ জাপিছিল। ভোক-পিয়াহ তাইৰ আজি একো নাই। সোণখিনি দান দিবলৈ মনটো উচপিচাই আছে। মই ওপৰে ওপৰে চাই দেখিলোঁ প্ৰায় ত্ৰিশ হেজাৰ টকাৰ সোণ। মোৰ মাটি-বাৰী, ঘৰ-দুৱাৰ বেচিলেও ইমান টকা নোলায়। বিমলাৰ দানৰ শক্তি দেখি মোৰ তাইলৈ শ্ৰদ্ধা হ’ল।

মই কলোঁ—“বিমলা, এমুঠি খাই ল। মই যাওঁ।”

বিমলাই কলে—“আজি একো নেখাওঁ দেউতা।”

মই দেখিলোঁ, মই গুচি গলে এইজনী অনাহাৰে থাকিব আজি। সেয়ে অলপ ভাও ধৰি কলোঁ—“কাহে ধৰি বৰ দুৰ্ব্বল কৰিছে পাই। ঘৰলৈ যাবৰ মন যোৱা নাই। ইয়াতে তপতে তপতে এমুঠি ভাত দে।”

বিমলা টেঙৰী ছোৱালী, ইমান বিষাদতো মোৰ কথাৰ অৰ্থ বুজি

তাই মিচিক কৰে হাঁহিলে। অলঙ্কাৰৰ বাকচটো আলমাৰিত থওঁতে হঠাতে আলমাৰিত খুন্দা খাই বেৰত ওলমি থকা আথেইৰ আৰু তাইৰ বিবাহৰ যুটীয়া ছবিখন মাটিত সৰি পৰিল। ছবিখন তুলিবলৈ যাওঁতে হঠাতে তাইৰ আঙুলিটো ভগা আইনাই কাটিলে।

তেজৰ টোপালবোৰ মাটিত সৰি পৰিল, লগে লগে চকুহালি সজল হৈ উঠিল।

মোৰ বুকুখনে হমুহমাবলৈ ধৰিলে।

## ॥ তিনি ॥

ৰ'দ সেইদিনা বেলিকৈ ওলাইছে। প্ৰমীলাই বাহী-বন কৰি গৰম পানীৰে গা ধুই আঁতাই ৰ'দজাকত চুলি মেলিছে। চোতালৰ নিয়ৰত ৰ'দ পৰি সোণালী পোহৰৰ ৰং কেউফালে বিয়পি গৈছিল। মই গা ধুবলৈ যাবলৈ ওলাইছিলোঁ।

তেনেতে প্ৰমীলাই কলে—"লৰা-ছোৱালী তিনিটা। দুটাৰ কোনো খবৰেই নাই। আৰু এইজনীৰ গিৰিয়েক হ'ল দেশদ্ৰোহী। সেই ঘৰটোত অকলে অকলে কি কৰিছে তাই? ইয়ালৈ গুচি নাহে কিয়?"

"অতবোৰ সম্পত্তি কোনে চাব? আলমাৰিত সোণৰ অলঙ্কাৰ দেখিলো এবাকচ—গোহালিত এগোহালি গৰু····।"

"থক থক, মাইকী মানুহে অলঙ্কাৰ আৰু গৰুৰে কি কৰিব? আপোনাৰ যে কথাখন। মতাটো গলে সকলো গ'ল। ছিঃ ছিঃ, এনেকৈ গ্ৰেপ্তাৰ হোৱাতকৈ সি মৰি যোৱাহেঁতেনেই মই ভাল পালো-হেঁতেন।"

"প্ৰমীলা, তোমাৰ মজিয়াত যদি ফেটীগোম এটা লুকাই থাকে, আৰু তুমি কব নোৱাৰাকৈ তোমাৰ ভৰিত খোঁটে তেন্তে ফেটীগোমটোক দোষ দি লাভ কি ?"

"তেন্তে কাক দোষ দিব ?"

"তোমাৰ অসাৱধানতাক। বিমলা, তুমি, মই, এইবোৰ থাকোঁতে এনে দুৰ্ঘটনা হবলৈ পালে কেনেকৈ ?"

প্ৰমীলা মনে মনে থাকিল। বিমলাই আথেইক বিয়া কৰাব খোজোঁতে দুই-এক সবল কাৰণ দৰ্শাই আথেই পুলুকা মাৰিব খুজিছিল, কিন্তু বিমলাই নেৰিলে। তাইৰ মন দেখি আমাৰো মন ঘূৰিল আৰু একৰকম বলেৰেই তাৰ টেঁটুত আঁৰি দিলোঁ বিমলাক। বহুত বছৰ ভালেৰেই গ'ল। বিমলাৰো সন্দেহ হোৱা নাছিল। লৰা-ছোৱালী হোৱা বাঞ্ছা নকৰোঁতেও তাইৰ মনত মুঠেই খেলোৱা নাছিল যে আথেই চীনাপন্থী। আথেই ভাৰতৰ নাগৰিক নোহোৱাতো তাই সন্দিহান নহল, কাৰণ তাই ধৰি লৈছিল হেজাৰ হেজাৰ বছৰ ধৰি চীন আৰু ভাৰতৰ সম্পৰ্ক যেনেকৈ গৈছিল, আৰু অহা এহেজাৰ বছৰেও ঠিক তেনেকৈয়ে যাব। কিন্তু হিমালয়ত ৰণ হোৱাৰ লগে লগে অকস্মাতে আথেইৰ পৈশাচিক ৰূপ তাইৰ চকুত ধৰা পৰিল। এতিয়া তাই নিৰ্জন ঘৰত সোমাই ভাবিছে কিদৰে আথেইক 'ডাইভোৰ্চ' কৰা যায়, কাৰণ এই দুদিন উকীলক সুধি তাই গম পাইছে যে স্বামীৰ নাগৰিকত্বকে সাধাৰণতে ঘৈণীয়েকে পায়। তাই ইতিমধ্যে আথেইক জনাই দিছে তাইৰ ইচ্ছাৰ কথা, আৰু লগে লগে চৰকাৰক গতাই দিব খুজিছে আথেইৰ সম্পত্তিবোৰ। কেৱল তাই নিজৰ অলঙ্কাৰবোৰ বেলেগে গোটাই থৈছে প্ৰায়শ্চিত্ত কৰিবৰ বাবে। সেই অলঙ্কাৰবোৰ চীনাক মাৰিবৰ বাবে, বন্দুক সাজিবৰ বাবে, তাই-চৰকাৰক দিব।

মই গাত সৰিয়হ তেল ঘঁহি বটলটো প্ৰমীলাৰ ওচৰত থৈ কলোঁ, "তাইক আজি খাবলৈ মাতিছা নে নাই ?"

"মাতিছোঁ। ঔ আই·······পিছে তাই আহে নে নাহে কব নোৱাৰোঁ।"

"কিয় ?"

"তাই ডিব্রুগড়লৈ যাওঁ বুলিছে।"

"আজিয়েই ?"

"অঁ।"

"বাৰু, যাওক।"

"আপুনি জানেনে কি কাৰণে যাব ?"

"অঁ।"

"কি কাৰণে।"

"ডাইভোৰ্চৰ মোকৰ্দ্দমা কৰিব।"

প্ৰমীলাই একো নামাতিলে প্ৰথমতে। কিন্তু ডাইভোৰ্চ কৰা কথাটো পচন্দ নহল। নাৰীৰ জীৱনত ইয়াতকৈ ডাঙৰ বিপৰ্য্যয় আৰু একো হব নোৱাৰে। কিন্তু দেশদ্ৰোহীৰ লগত সহবাস কৰা কিমান কঠিন, তাকো প্ৰমীলাই নজনা নহয়। তথাপি তাই কলে, "দুদিনমান ৰোৱা হলে বেয়া নাছিল নেকি ?"

"ৰবলৈ আৰু কিটো আছে ?"

হঠাতে প্ৰমীলাই কলে—"কিজানি আথেইৰ মন ঘূৰে, সি ভাৰতৰ নাগৰিক হয়।"

"এবাৰ সাপে খালে লেজুলৈকো ভয়।"

প্ৰমীলা মনে মনে ৰ'ল। মই বাথ-ৰুমত সোমাই গা ধুলোঁ। আকৌ এবাৰ মই মুক্ত হলোঁ। সৰ্ব্ব দেহেদি নজনা-নুশুনা দেশৰ এজাক বতাহ বৈ গ'ল। তাত জুৰ লৈ মই দেখিবলৈ পালোঁ প্ৰমীলা কিমান হোজা, দেশদ্ৰোহৰ দৰে এটা ভয়ানক পাপো তেওঁ অন্তৰেৰে মৰিষণ কৰিব খুজিছে। কিন্তু সময়, সমাজ, দেশ, ৰাষ্ট্ৰ এইবোৰে তাক ক্ষমা নকৰে। নিজৰ পত্নী, শহুৰ কোনেও ক্ষমা নকৰে। তাৰ পিছত আথেই নামৰ মানুহটোৰ যদি কিবা বাকী থাকে তাক মৰম কৰিবা,

ক্ষমা কৰিবা। কিন্তু আৰু জোঁৱাই নকৰিবা।

কোনোবা দেশে কেতিয়াবা জানো শত্ৰু দেশৰ নাগৰিকক ক্ষমা কৰিছে ? ঠিকেই কৰিছে বিমলাই—ভগৱানে তাইৰ মঙ্গল কৰক।

বাহিৰত কাৰোবাৰ মটৰৰ হৰ্ণ শুনিলোঁ। উৎকৰ্ণ হৈ অলপ আন্দাজ কৰিলোঁ গাড়ীখন চিনাকি নেকি ? নহয়। আকৌ গাড়ীখন উভতি যোৱাৰ শব্দ হ'ল।

অলপ পৰৰ পিছতে গৃহিণীয়ে পূৰ্ব্ব নিৰ্দ্দিষ্ট ধৰণে বাথ-ৰুমৰ দুৱাৰত ঢকিয়ালে—"হেৰি, শুনিছে নে চিঠি আহিছে ?"

"কাৰ চিঠি প্ৰমীলা ?"

"ৰজতৰ ঘাই অফিচৰপৰা !"

লৰালৰিকৈ প্ৰাতঃকৃত্য সমাপন কৰি ওলাই আহিলোঁ। মূৰটো কোনো ৰকম আঁচুৰি খামটো খুলিলোঁ, দেখিলোঁ হেড্ কোৱাৰ্টাচৰ-পৰা লিখিছে—"ইয়ৰ চন্ এপিয়েৰছ্ টু বি লষ্ট অৰ ডেড, ছ' ফাৰ আনট্ৰেচড্। দি ৱৰ্ষ্ট মে হেভ হেপেনড্।"

প্ৰমীলাক কোনোৰকম কথাটো ভাঙি কলোঁ, লগে লগে, অব্যৰ্থ কান্দোনৰ শব্দ শুনিবলৈ পালোঁ। ময়ো নাকান্দি থাকিব নোৱাৰিলোঁ। ৰজতৰ বিষয়ে নানান জল্পনা-কল্পনা ইমান দিনে কৰিও যি শোক পোৱা নাছিলোঁ, আজি কৰ্ত্তৃপক্ষৰপৰা পোৱা চিঠিৰ শাৰী এটাই সেই শোক হৃদয়ত সঞ্চাৰ কৰিলে। আমাৰ সন্দেহ নৰল যে দুৰ্গম বৰফাকীৰ্ণ হিমালয়ৰ শুভ্ৰ শীতে ৰজতক গ্ৰাস কৰিলে। যি পাট শৰে বিমলাৰ হৃদয় বিদ্ধ কৰিলে, সেই একেপাট শৰেই ৰজতৰ প্ৰাণ শালিলে। সেই পাট শৰ শতঘ্নী। আমাৰ সকলোকে সেই পাটে ধ্বংস কৰিহে এৰিব।

বেলিহঁতক ভাত খাবলৈ মাতিছিলোঁ। কিন্তু কাৰো মনত নপৰিল কথাষাৰ। মই ভগনীয়া শিবিৰলৈ যাব লাগিছিল, সেই কামো তল পৰিল। কিন্তু বজাৰলৈ পঠিওৱা চাকৰটোৱে যেতিয়া তিনি টকাৰ ঠাইত চাৰি টকা দি বৌমাছৰ পিৰঠি অকণ লৈ ওলালহি, তেতিয়া হঠাতে

প্ৰমীলাৰ শোক দুগুণে চৰিবলৈ ধৰিলে—"হেৰ, কিয় আনিলি ইমান দাম দি বৌমাছকণ। কোনে খাব ?"

"কি হ'ল আইদেউ ? বেয়া হ'ল নেকি ?"

এটা অপ্ৰীতিকৰ পৰিস্থিতি হব বুলি ধৰিব পাৰি মই ভেকাহি মাৰি কলোঁ—"হেৰ, তই যা ইয়াৰপৰা। মাছকণ চকুৰ আগৰপৰা লৈ যা।"

চাকৰটোৱে আচৰিত হৈ মোৰ মুখলৈ চালে। অলপ পৰ বৈয়েই সি বুজিলে কি ঘটিছে। বৰ বোপাৰ বেয়া খবৰ আহিছে।

বজ্ৰপাত পৰা মানুহৰ দৰে মই থিয় দি আছিলোঁ। প্ৰমীলাই মাটিত বাগৰি বাগৰি কান্দিছিল। চাকৰটোৱে বৌমাছ টুকুৰা নিবই নে থব থিৰাং কৰিব নোৱাৰি অবাক হৈ মোৰ মুখলৈ চালে।

মই দেখিলোঁ হেজাৰে শোকৰ আঘাত নাপাওঁ, মাইকী মানুহৰ দৰে মতা মানুহে কান্দিবলৈ ললে ঘৰ নচলে। অকল ঘৰেই নহয়, দেশো নচলে। মই চাকৰটোক ধমক দি কলোঁ—"গলি নে ইয়াৰপৰা ?"

চাকৰটোৱে এইবাৰ মাছ-টুকুৰা হাতত তুলি ললে। প্ৰমীলাৰ কান্দোন এইবাৰ ওপৰলৈ চৰিল। তেনেতে কাৰোবাৰ মাত শুনি মোৰ হৃদয় ঢুকঢুক কঁপিবলৈ ধৰিলে। বেলি আহিছে, আৰু তেওঁৰ পিছে পিছে আহিছে সেই আওঠি পিন্ধোৱা ছোৱালীজনী।

বোধহয় দূৰৰপৰা আমাক দেখিয়েই বেলিৰ গা চেবাইছিল, তাই সেইবাবে চোতালত থিয় হৈয়েই প্ৰশ্ন কৰিলে—"হ'ল কি ?"

"বেলি, বজ্ৰতৰ খবৰ পালোঁ। বজ্ৰতক হেনো পোৱা নাই।"

বেলিয়ে তবধ মানি মোৰ আৰু প্ৰমীলাৰ মুখলৈ চালে। মই অমলালৈ সস্নেহে দৃষ্টিপাত কৰি কলোঁ—"আই, আহ, এইফালে আহ।"

অমলাই সৰল বালিকাই স্কুল মাষ্টৰৰ আগত থিয় হোৱাদি মোৰ সন্মুখত থিয় দিলেহি। বেছ বৈ পৰা মুখখন মোৰ আইজনীৰ, চকু কেইটা গোলাপৰ কলিৰ দৰে মিঠা। মুখখন বেলি ফুল পাহ যেনকৈ ফুলি আছে। খুব আলফুলকৈ তাইক মোৰ বুকুৰ কাষলৈ চপাই আনি

কলোঁ—"আই তোৰো ভাগ্য বেয়া। ভাবিছিলোঁ তোকে তাকে একেলগে কল-তলৰপৰা আদৰি আনিমহঁক, কিন্তু মানুহে পাতে ঈশ্বৰে ভাঙে। তোক বোৱাৰী কৰাৰ ভাগ্য নাই।"

অমলাই আঁচলেৰে চকু দুটা ঢাকিলে। তেনেতে দেখিলোঁ হঠাতে প্ৰমীলা বহাৰপৰা উঠি আহিল আৰু মোৰ কাষৰপৰা অমলাক টানি নি কলে—"তোক কোনেও মোৰ গুৰিৰপৰা লৈ যাব নোৱাৰে। ৰঞ্জত গ'ল যেতিয়া তোৰ প্ৰয়োজন এই ঘৰত আৰু বাঢ়িল।"

"মই ইমান শোকৰ মাজতো প্ৰতিবাদ জনাই কলোঁ—"প্ৰমীলা, তুমি কৈছা কি? অমলাক তুমি কেনেকৈ ধৰি ৰাখিবা—ৰঞ্জতৰ অবিহনে তুমি দিবা কি তাইক?"

এই কথাৰ উত্তৰ প্ৰমীলাই কি দিলেহেঁতেন কব নোৱাৰোঁ, কিন্তু তেনেতে বেলিয়ে আহি কলে—"এইবোৰ আপোনালোকে কি কৰিছে? সেইবোৰৰ সময় বহুত আছে। এতিয়া বিয়নী চাওঁ আহকচোন, পাকঘৰৰ বস্তু-বাহানিবোৰ কি ক'ত আছে মোক চমজাই দিয়কহিচোন, মই কিবা এটা খোৱাৰ কাৰবাৰ কৰোঁ। বেলি দুপৰ হলহি নোখোৱাকৈ থাকিব নে? চাওঁ অমলা এই পিনে আহ।"

"বেয়া নাপাব বিয়নী, খাবলৈ মাতি এনে দুৰ্দ্দশা হব বুলি কেনেকৈনো জানিব? যাওক, আখলৰ চাঙতে জলপান আছে, নমাই তাৰে এটা আহাৰ খাওকগৈ, এইকো দিয়ক। মই আৰু শোওঁগৈহে। গাটো বৰ বেয়া লাগিছে।"

প্ৰমীলাই সঁচাকৈয়ে বিচনাত পৰি আপোন মনে উচুপি উচুপি কান্দিবলৈ ধৰিলে। সেই শব্দ শুনি মোৰ হৃদয়ৰ ৰুদ্ধ আবেগবোৰে কৰুণ ৰাগিণী তুলি বিনাবলৈ লাগিলে আৰু প্ৰথমবাৰলৈ অনুভৱ কৰিলোঁ পুত্ৰশোক কি ভয়ানক আৰু পুত্ৰনাশ কি অপূৰণীয় ক্ষতি।

লৰা দুটা। ৰঞ্জত আৰু প্ৰশান্ত। ৰঞ্জতৰ মাজত মই যেন পুনৰ জনম লৈছিলোঁ আৰু প্ৰশান্তৰ মাজত প্ৰমীলাই। এটা হৈছিল সৈন্য

আনচো হৈছিল ডাক্তৰ। প্ৰশান্ত আছিল তিৰীমুৱা, পাতল সৰু মুখৰ, বগা আৰু অলপধভুৱা। মতা মানুহৰ লক্ষণ তাৰ গাত নাছিল। সি বামুণী ছোৱালী প্ৰমীলাৰ বাষ্পময় প্ৰকৃতি ধাৰ কৰি লৈছিল। কিন্তু ৰজতে মোৰ ক'লা বৰণ, কঠোৰ মুখ, বাঘ-চকু, মজবুত দেহ আৰু অসীম সাহস লৈ সংসাৰত জন্ম লৈছিল আৰু তাক দেখিলে সদায় পৌৰুষৰ গৌৰৱেৰে মোৰ অন্তৰ ভৰি পৰিছিল। অকল সেয়ে নহয়, মোৰ ধাৰণা সি মোৰ কৌটি-কলীয়', কছাৰী কুলৰ কুলপ্ৰদীপ। সি মোৰ মুখ পোহৰ কৰিবলৈ আহিছিল।

এইবাৰ মই এখন চকীত বহি চকু মুদি পুনৰ কল্পনা কৰিলোঁ ৰজতৰ পাহৰিব নোৱাৰা মুখখন। মনত পৰিল শৈশৱত সি আহি মোৰ দুই আঁঠুত সোমাই 'দেউতা দেউতা'কৈ মতা সেই আধাফুটা মৌ-মিঠা মাতষাৰ—সেই মাতষাৰ যেন আকৌ শুনিলোঁ। মোৰ ডিঙিত ওলমি সি মোক যেন কৈছে, 'দেউতা বন্দুক মাৰিম চাবি—ধুম্-ধুম্-ধুম্।' বন্দুকে মোৰ বুকু সৰকি যায়। উস্ সঁচাকৈয়ে সি আজি মোৰ বুকু ভেদি বন্দুকৰ গুলীৰে এক গভীৰ গাঁত কৰি দিলে, মই জীয়াই থকা দিন কেইটা ক্ষতহৃদয় লৈ দিন কটাব লাগিব। স্কুল-কলেজত থাকোঁতে তাৰ দেহৰ সেই মনোৰম চালি দেখি মই বাৰাণ্ডাত বহি আপোন-পাহৰা হৈছিলোঁ। সামৰিক বিষয়া হোৱাৰ পিছত আহি মোৰ কাষত অকণমান লৰাটোৰ দৰে লেন্-ছেলাই কৈছিল, 'দেউতা তোতকৈও মই ডাঙৰ বীৰ হম। এতিয়া আমি স্বাধীন হলোঁ।'

ঠিকেই, সি স্বাধীনতা ৰক্ষা কৰি বোধহয় মৰি গ'ল। মোতকৈ হেজাৰ গুণে ডাঙৰ বীৰ হ'ল সি।

লাহে লাহে দিনতে অন্ধকাৰ নামি অহা যেন অনুভৱ কৰিলোঁ আৰু ঘৰখনৰ সকলোতকৈ প্ৰিয় সন্তানটিৰ অভাৱত তাৰ প্ৰত্যেকটো বস্তুকে প্ৰাণহীন আৰু নিৰানন্দ বোধ হ'ল। যিটো কমত ৰজত আছিল সেই কমটোৰ খাটিয়া, আলমাৰি, আল্না, কাগজ-পত্ৰ

সকলোবোৰ সি এৰি থোৱা ভাগেই আছে। আলমাৰিৰ ভিতৰত সি সৰু কালৰেপৰা বুজন হোৱালৈকে খেলা নানা-বিধ পুতলা সজোৱা আছিল, এবাৰ সেই পুতলাবোৰ চাবৰ মন গ'ল। গৈ দেখিলোঁ, বাঘটোৰ মুখখনত এটা দাগ পৰিলেও সি তাৰ গিৰিহঁতক দেখি নেজ লৰাইছে। ৰজতে যেন মাতিছে তাক—'হেৰৌ কেৰকণ, তোৰ আজি তিনিটা চিকাৰ দেখি আহিছোঁ টিংৰাই নৈৰ দাঁতিৰ হাবিত। বল যাওঁ। তিনিটা সুন্দৰ সুগৰী পহু।'

বাঘেৰে সৈতে চিকাৰলৈ যায় ৰজত। পুতলা বন্দুক এটা লৈ হাবিত (মানে কোঠাটোৰ চুক এটাত) ঘূৰ্ম্মুটিয়াই ফুৰে পহু বিচাৰি। তাৰ পিছত পহুৱে এবাৰ ধৰা দিয়ে চকুৰ আগত, লগে লগে ৰজতৰ বন্দুকৰ গুলীৰ আৱাজ হয়।—ধুম্-ধুম্-ধুম্।

পহু আনি যেতিয়া ভোজ বান্ধে তেতিয়া বিমলাই তাক সহায় কৰিব লাগে, আৰু প্ৰশান্তই পহুৰ ছাল ছেলাই মঙহ বাছি দিব লাগে। যদি নোৱাৰে তেন্তে দুয়োটাৰে ভয়ানক শাস্তি হয়।

এদিন, বিমলাই মাকৰ মাৰ খাই গপত ওফন্দি থকা বাবে পহু বান্ধিবলৈ অমান্তি হ'ল। প্ৰশান্তই বাহিৰৰ বননিত জিঞা ধৰিবলৈ ওলাই গ'ল—মাংস নেবাছি। ৰজতৰ ভয়ানক খং উঠিল,—তেতিয়া সি চিকাৰৰপৰা উভতি অহা ৰজা আৰু বিমলাহঁত চাংমাই-লিগিৰা। তাৰ কথা নুশুনাৰ অপৰাধ পিঠিত সোঁকাৰ কোব। সোঁকাৰ কোব খাই বায়েক-ভায়েক যেতিয়া কান্দি-কাটি অস্থিৰ হ'ল, তেতিয়া মাক আহি ধমক দিলেহি ৰজতক—কিন্তু ৰজতে কলে—"মা, মোৰ ৰাজ্যত শাসন ভঙ্গ কৰিলে তোকো পিটিম।"

ৰাজ্যৰ ভিতৰত বৰকান্দাজ, নাচনী, ৰেলগাড়ী, মটৰগাড়ী, সৈন্য-সামন্ত, গোসানী, ঘোঁৰা, হাতী, কুকুৰ—সকলোবোৰ আছিল, আৰু সেই নিষ্কণ্টকা ৰাজ্য এতিয়া তাহানিখনৰ বাৰভূঞা, কছাৰী, অথবা

চুটিয়া ৰাজ্যৰ দৰে কালৰ বুকুত নিশ্চিহ্ন হৈ কেৱল তাৰ অৱশেষ স্মাৰক চিহ্নসোপা চকুৰ আগত আছে।

পুতলাবোৰে যেন কান্দিছে—এনে অনুমান হ'ল। পুতলাৰ গৰাকীয়েও অকালতে হিমালয়ত শৰীৰ পাত কৰিলে।

গা-মূৰ ঘামি গ'ল; সমগ্ৰ দেশ জুৰি ঘৰে ঘৰে এনেকৈ লৰা মৰিছে হিমালয়-ৰণত, বাপেক-মাকবোৰে, মই আৰু প্ৰমীলাই কন্দাদি কান্দিছে, বিশ্বাসঘাতকী শত্ৰুৰ আক্ৰমণ ৰোধ কৰিবলৈ যেন দেশে আৰু দান খুজিছে মানুহবপৰা।

হঠাতে ৰজতৰ চিঠিবোৰৰ কথা মনত পৰিল, সীমান্তৰপৰা লেখা চিঠি, সেইবোৰ নমাই আনিলোঁ ওপৰৰ ফাইলবপৰা। তাৰ পিছত লাহে লাহে এখন বাছি ললোঁ; আখৰবোৰত ধোঁৱা লাগিছে, কিন্তু গোট গোট আখৰবোৰে যেন এই মাত্ৰ গঙ্গা-স্নান কৰি পৱিত্ৰ হৈ ওলাইছিল।

'দেউতা!

জাৰ নামিছে, উত্তৰে-দক্ষিণে, পূবে-পশ্চিমে। বৰফ পৰিছে. একোডোখৰ একোডোখৰ বৰফ বিজ্ঞ ঋষিৰ দৰে মৌন। সীমান্তৰ সিপাৰত মাজে মাজে দেখোঁ মাও-চে-টুঙৰ বন্দুকবোৰক—সিহঁতৰ হাঁহিবোৰ কপটীয়া। কেইবা বছৰো ধৰি হিমালয়ৰ মাটিৰ ওপৰত সিহঁতে চকু দি আছে—ভয় হয় কিজানি এদিন কাকতী-ফৰিং নমাদি সিহঁত নামি আহিব। কিন্তু এইটো মোৰ মনৰ ভুল দেউতা! আমাৰ কমাণ্ডাৰ আৰু দেশনেতাবোৰে কিন্তু ওলোটাটোহে ভাবে। এই সীমান্ত নিৰাপদ। এদিন দলৈ লামা নামি আহিছিল এই ঢোলাৰ পথেদি। সেই দিনা মই দেখিছিলোঁ চীনাহঁতে এই পথ নেপাহৰে, প্ৰতিশোধ-পৰায়ণ জাতি। পৃথিবীৰ আটাইবোৰ জাতিয়েইতো মহাত্মা গান্ধীৰ নেতৃত্ব মনা নাই।' + + +

কেইবাটাও 'ক্ৰছ মাৰ্ক' দিয়া আছিল, বুজিলোঁ আৰু সি কব

নোখোজে সেই বিষয়ে। কিন্তু তাৰ মনৰ কথা মই বুজোঁ, সি সদায় কয়, 'ভাৰতবৰ্ষক এটা সবল-সুস্থ ডাঙৰ সৈন্য-বাহিনী লাগে দেউতা!' মই বুজিছিলোঁ সি কিয় কৈছিল সেই কথা। আজি সকলোৱে বুজিছে সেই কথা।

কেতিয়াবা সি লিখিছিল তাৰ বিয়াৰ কথা............।

'দেউতা, আপোনালোকে উপযুক্ত ছোৱালী বাছিছে। ময়ো ভাবোঁ অমলাক বিয়া কৰালে মই সুখী হম। আপুনি লিখিছে তাই ধুনীয়া, তাই বিনীতা, তাই স্বাস্থ্যৱতী। এইবোৰ কথা মই জানো। আপোনাক কবলৈ লাজ লাগে; কিন্তু আজি কওঁ, এই ছোৱালীজনী আপোনালোকে বিয়া কৰাবলৈ নিদিয়া হলে যে মই আন কাৰোবাক বিয়া কৰালোহেঁতেন তাত যথেষ্ট সন্দেহ আছে। দেউতা মানুহৰ ভালপোৱা বস্তুটো অবুজ।' + + +

অমলাক ভালপোৱাৰ কথা বৰ্ণাবলৈ গৈ তাৰ লাজ লাগিছিল, হয়তো ভাষাৰো অভাৱ হৈছিল। ক্ৰচ্ মাৰ্ক দি বিষয়টিৰ অকাল সমাপ্তি ঘোষণা কৰিছিল।

. আৰু বহুত চিঠি আছে, কিন্তু সেইবোৰ পঢ়িব কোনে? পঢ়াৰ লগে লগে তাৰ মুখখন চকুৰ আগত ভাহি উঠে, কাণৰ ওচৰত তাৰ মাতটো শুনো, পুৰুষৰ উপযুক্ত মাত, কিন্তু সি এটা গভীৰ আত্মবিশ্বাসৰ ভাব জগাই তোলে শ্ৰোতাৰ মুখত।

'দেউতা, দেউতা, দেউতা!'

কোঠাটোৰ মাজৰপৰা লুকাই যেন সি মাতিছে। মই থিয় হৈ একান্তমনে চেকেণ্ড লেফ্‌টেনেণ্ট ৰজতৰ চিত্ৰ এখন চাবলৈ ধৰিলোঁ বেৰত। তেনেতে দেখিলোঁ লাহে লাহে কোনোবা এজনী মানুহ পিছ ফালে থিয় হৈ আছেহি।

"কোন, অমলা?"

"হয় দেউতা, খাবলৈ মাতিছে মাই।"

"কি খাম এতিয়া ? ভোক-পিয়াহ সকলো হৰিলে মোৰ।"

"নহয় অকণমান খাবই লাগিব, নহলে আপোনাৰ পিত্ত উজাৰ খাব। শ্বাস ৰোগটোৱে ধৰিব।"

"মোৰ পিত্ত উজাৰ খোৱাৰ কথা তই জানিলি কেনেকৈ আই ?"

অমলাই তলমূৰকৈ কলে—"তেখেতে কৈছিল।"

"কোনে, ৰজতে ?"

"অঁ।"

"কি কৈছিল ?"

"কৈছিল, বিয়া কৰোৱাৰ পিছতে হেনো আপোনাক সময়মতে, নিয়মমতে খাবলৈ দিয়া মোৰ আচল কাম হব।"

মোৰ বুকু ফাটি যাওঁ, ফাটি যাওঁ কৰিলে। মই তাইক বুকুত এবাৰ সুমুৱাই লৈ কলোঁ—"সি মোক খুব ভাল পাইছিল। তাক মই তোৰ দৰে এজনী উপযুক্ত ছোৱালীৰ হাতত গতাই দি নিশ্চিন্ত হব খুজিছিলোঁ—কিন্তু বিধাতাই নিদিলে অ' আই।"

হঠাতে অমলাই মোৰ ভৰিত ধৰি সেৱা কৰি কলে—"দেউতা, মোৰেই কপাল বেয়া। বিয়া নৌহওঁতেই নহলে নিজৰ মূৰ খাওঁ নে ?"

অকস্মাতে মোৰ ভাব হ'ল অমলাৰ মাতটো অস্বাভাৱিকভাৱে কৰুণ। লগে লগে প্ৰশান্তই মাকলৈ লিখা চিঠিখনৰ কথাবোৰ মনত পৰিল। প্ৰশান্তই লিখিছিল, সিও বোলে অমলাক প্ৰাণভৰি ভাল পায়। অমলায়ো তাক সমানে ভাল পায়। অমলাৰ চকুলৈ হঠাতে তীব্ৰভাৱে চাই সুধিলোঁ—"তই ৰজতক কিমান ভাল পাইছিলি আই ?"

অমলা সন্ত্ৰস্ত হৈ এঁঠাতিত থিয় হৈ কলে—"এইবোৰ কথা কোনে জানে ?"

তাৰ পিছত তাই সাউতকৈ কোঠাবপৰা ওলাই গ'ল। মই একো অনুমান কৰিব নোৱাৰিলোঁ—অমলাৰ মনৰ ভাব কি। নাৰী-পুৰুষৰ

ভালপোৱা ৰহস্যময়, সদায় তাক বুজিও বুজা নেযায়। কিন্তু অমলাই ৰজতক একান্তভাৱে ভাল পায় নে নেপায় তাক জানিবলৈ হঠাতে মনটো ব্যগ্র হৈ পৰিল—বিশেষকৈ ৰজতৰ অভাৱত। ৰজতক সমস্তচিত্ত অৰ্পণ কৰি ভালপোৱা আন এটি প্ৰাণীক মোৰ একান্তভাৱে দৰকাৰ হৈছিল।

তেনেতে বেলিয়ে অলপ চুজি আৰু চাহ আনি পৰিত্যক্ত কোঠাটোৰ মেজত থৈ কলে—"খাওক। চাহখিনি বাকি থোৱা পলম হ'ল। চেঁচাই হব পায়।"

মই কলোঁ—"ভাগ্যৰ বিড়ম্বনা, খাবলৈ মাতিছিলোঁ তোমালোকক, খুৱাবহি লগা হ'ল তোমালোকে। বেলি!"

বেলিয়ে মোক একৰকম বলেৰে বহুৱাই দিলে খাটিয়াখনত। তাৰ পিছত চুজিৰ প্লেট আৰু চাহৰ বাটিটো আগ বঢ়াই দিলে।

মই বেলিৰ মুখলৈ চাই ৰলোঁ।

"কি চাইছে, খাওক।"

"এটা কথা সুধিব খোজোঁ বেলি, কবা নে?"

"কি কওক?

বিয়া কৰাব খোজা ছোৱালীজনীয়ে যে গিৰিয়েকক সমস্ত চিত্ত দি ভাল পাব লাগিব, তাক মই নিবিচাৰোঁ, মাত্ৰ তাই লৰাটোৰ প্ৰতি অনুগত হলেই হ'ল। কিন্তু আজি মই জানিব খোজোঁ অমলাই ৰজতক কিমান ভাল পাইছিল।"

"কিয়?"

মই একো কাৰণ বিচাৰি নেপালোঁ। মাত্ৰ কলোঁ—"হৃদয়ে যে যুক্তি নেমানে তাক দেখোন তুমি জানাই। প্ৰশান্তই লিখিছিল সিও হেনো অমলাক ভাল পায়, আৰু অমলাইও তাক ভাল পায়। যদি সেয়ে হয় তেন্তে কিয় ৰজতক দিলা অমলাক!

বেলিয়ে কলে—"শুনিব খুজিছে নেকি?"

"ওঁ।"

"আজি ?"

"আজিয়েই উপযুক্ত সময়।"

"তেনেহলে চাহ খাই লওক। মই বিয়নীকো চাহকণ দি থৈ আহোঁগৈ।"

মই চাহ খাবলৈ ধৰিলোঁ।

বহুত পৰৰ মূৰত বেলি ঘূৰি আহিল। সুধিলোঁ—"বেলি হ'ল কিয় তোমাৰ ?"

"আপোনাৰ অসঙ্গত প্ৰশ্নৰ উত্তৰ দিয়া উচিত নে অনুচিত তাকে ভাবি থিৰ কৰিব পৰা নাছিলোঁ।"

"অসঙ্গত কিয় ?"

"কাৰণ তাৰ উত্তৰত মই যিবোৰ কথা কব লাগিব, সেইবোৰ যে সঁচা তাকো মই নেজানো। কোনো মাক-বাপেকেই লৰা-ছোৱালীৰ অন্তৰত সোমাব নোৱাৰে।"

বেলিৰ কথা সচা মই হুমুনিয়াহ ছাৰি কলোঁ—"তেন্তে কব নালাগে বেলি। যি ৰহস্য সি ৰহস্য হৈয়েই থাওক।"

বেলিয়ে এইবাৰ সহজ হৈ বহি ললে। তাৰ পিছত কলে—"নাই মই কবলৈ ঠিক কৰিছোঁ। মাত্ৰ এটা প্ৰতিশ্ৰুতি বিচাৰিছোঁ মাক হিচাপে।"

"কি ?"

"ইয়াৰপৰা অমলাৰ ভৱিষ্যতৰ যেন কোনো অনিষ্ট নহয়।"

"মানে ?"

বেলি ৰ'ল আৰু খুব তীক্ষ্ণভাৱে মোৰ চকুলৈ চালে। তাৰ পিছত হাঁহি কলে—"মাকবিলাকৰ সদায় ভয় এটা, কিজানি জীয়েকৰ চৰিত্ৰত কোনোবাই আঁৰ দেখা পায়।"

মই বেলিৰ হাত এখন মোৰ হাতত লৈ কলোঁ—"মোৰপৰা তোমাৰ

একো ভয় নাই বেলি! তাক আকৌ নকৈ সৌঁৱৰাই দিব লাগিব নেকি? তোমাকতো আজি বিশ্বাস কৰা নহয়, কোন কাহানিবেপৰা কৰিছোঁ, কাৰণ তুমি বেলি। আৰু অমলাক বিয়া কৰাব খোজা কাৰণো তুমি।"

বেলিয়ে হাতখন এৰুৱাই নি কলে—"আপুনি এতিয়াও সৰু লৰা হৈ আছে। বাৰু কওঁ শুনক।"

মই খাটিয়াখনতে আঁউজি ললোঁ। বেলিয়ে কবলৈ ধৰিলে।

"অমলা এজনী অদ্ভুত ছোৱালী। মোৰ জীয়াৰী বুলি নহয়, তাই যেন এটা প্ৰকাণ্ড বিচিভাৰ। অদ্ভুত গ্ৰহণ-ক্ষমতা অন্তৰত লৈ আহিছে। সৰুতে দেখিছোঁ তাই গছত এটা গৰীয়া-খোদাই দেখি তাৰ ৰূপ দেখি ভোল গৈছিল। এতিয়ালৈকে তাই সেই ৰূপটো পাহৰিব পৰা নাই। আপুনি সুধিলে তাই কব, আনৰ কাৰণে কি হয় তাই কব নোৱাৰে, কিন্তু তাইৰ কাৰণে গৰীয়া-খোদাই এটা স্বৰ্গীয় পৱিত্ৰ প্ৰাণী।

আপুনি জানেই মোৰ গিৰিহত পলাই যোৱাবেপৰা আপোনালোকৰ ঘৰখনেই মোৰ আশ্ৰয়। ৰাতি মাজ-নিশাও যদি আপোনালোকৰ কোনোবাই গৈ দুৱাৰত ঢকিয়াইছেগৈ, তথাপিও আমি অকাতৰে দুৱাৰ খুলি দিওঁ আপোনালোকৰ ওপৰত আমাৰ ইমান বিশ্বাস, আৰু অবলা তিৰোতাই বিশ্বাস নকৰি জানো থাকিব পাৰে?

ৰজত সৰুৰেপৰাই আমাৰ ঘৰলৈ যায় আৰু অমলাক সি নাওঠাৰে-পৰা দেখিছে। বয়সৰ লগে লগে তাৰ লগত তাইৰ অন্য প্ৰকাৰৰ সম্পৰ্কও হবলৈ ধৰিলে। দুয়োটাই খোজ কাঢ়ি কাঢ়ি বাগানৰ লুংলুঙীয়া আলিবাটটোৰেদি এহাল মুকলি চৰাইৰ দৰে ফুৰি ফুৰে। ময়ো একো নকওঁ, আৰু আপুনি গৈ দেখিলে আপুনিও একো নকয়। কথা-বতৰাত আপুনি এনে ভাবো প্ৰকাশ কৰিছিল যেন দুয়োটাৰে এই মিল যদি ডোল এগছীৰে বান্ধি স্থায়ী কৰি লব পাৰি তেন্তে পৰম সুখৰ কথা হব।

এদিন সঁচাকৈয়ে তেনে এটা সম্ভাৱনাই দেখা দিলে। ৰজত আহে,

আছি আগফালৰ চকীখনত বহি থাকে। তেতিয়া স্কুলৰ ছাত্ৰ সি। আৰু অমলা ভিতৰত থাকে, বাহিৰলৈ নোলায়। মই মনে মনে মাতি সুধিলোঁ—'কি হ'ল, ৰজত ককাইদেৱেৰক দেখোন নমতা হলি, বহি আছেহি বাহিৰত দেখা নাই নে?'

অমলাই কলে—'মই ৰজত ককাইদেউৰ আগত নোলাওঁ মা, কি যে লাজ লগা কথাবোৰ কয় তেওঁ।'

মোৰ কৌতূহল হ'ল। অমলাৰ তেতিয়া লাজ বোধ কৰিবৰ বয়স হৈ গৈছে, কাজেই সাৱধানো হব লগাত পৰিলোঁ। সুধি গম পালোঁ যে ৰজতে এদিন তাইক ফুৰাবলৈ লৈ গৈ প্ৰেমৰ কবিতা মাতি শুনাইছিল, আৰু কৈছিল. তাই হৈছে তাৰ বুকুৰ ধন! অমলাৰ হাত এখন তাৰ হাতত লৈ চাহাবী স্টাইলত সি এটা চুমা খাইছিল। সেইটোতে খেপ্ লাগিল।'

মই তাইক পূৰ্ণ অনুমতি পত্ৰ এখন দি কলোঁ,—'যা একো নহয়, খালি গা বচাই ফুৰিবি।'

পিছদিনাৰেপৰা সঁচাকৈয়ে এটা পৰিৱৰ্ত্তন লক্ষ্য কৰিলোঁ। তেতিয়া আৰু সিহঁত বৰকৈ ফুৰিবলৈ নোলায়। ঘৰৰ ভিতৰতে বহি বহুত সময়লৈকে মেল মাৰে। কেতিয়াবা দেখোঁ, ৰজতে আমাৰ ইয়াতে খাই ৰাতি এডোখৰলৈকে কথা পাতিছে। এদিন মই পাটীৰপৰা উঠি আহি সিহঁতক সাৱধান কৰিব লগা হৈছিল। তাৰ পিছত কেইদিনমান খুব চিঠি-পত্ৰৰ অনা-নিয়া কৰিছিল আপোনালোকৰ চাকৰটোৰে। মোৰ চকুত এটা কথাও সাৰি যোৱা নাছিল। তাৰ পিছত যিদিনা ৰজত কলেজলৈ গ'ল সেই দিনাখনৰেপৰা দেখিলোঁ তাইৰ শোকৰ দিন আৰম্ভ হৈছে। পিন্ধন-উৰণ, খাৱন-শোৱন, কথা-বতৰা সকলোতে অন্যমনস্কতা, বিৰহৰ কাল আৰম্ভ হৈছে। বন্ধত আৰু বিহুৰে-সংক্ৰান্তিয়ে যেতিয়া ৰজত আহে, তেতিয়া তাই ভালদৰে সাজি-কাচি, চুঁচি-মাজি ওলায় আৰু মোৰ নাম-মাত্ৰ অনুমতি লৈ চিনেমা চাবলৈ যায়। কিন্তু বন্ধৰ আৰু পৰ্ব্বৰ

ক্ষণ বৰ খন্তেকীয়া, কাজেই অমলাই আৰু বজতে পৰস্পাৰৰ প্ৰতি সংযত-ভাৱে ভালপোৱাৰ চেষ্টা কৰিবলৈ ধৰিলে।

এদিন ৰজতে কমিশ্যন পালে আৰু লগে লগে অমলালৈ চিঠি লেখিলে বিয়াৰ প্ৰস্তাৱ দি। সেই চিঠিখন তাই বহুত দিন ব্লাউজৰ ভিতৰত সুমাই লৈ ফুৰিছিল। সেই কথা আৱিষ্কাৰ কৰি মই বুজিলোঁ যে আৰু বৈ থকা ঠিক নহয়, এইবাৰ আপোনালোকৰ ঘৰত প্ৰস্তাৱ দিয়া উচিত। আপোনালোকে খুব আগ্ৰহেৰে প্ৰস্তাৱ গ্ৰহণ কৰিলে আৰু এদিন তাই তাঁত-বাটি কৰি থাকোঁতে তাইক মই যেতিয়া চুমা এটা খাই কলোঁ—'তোৰ ভাগ্যখন ভাল, মনে বিচৰা বৰ পালি।' তেতিয়া তাই লাজতে মূহ-কঁহ গৈ মোৰ বুকুত সোমাই কলে—'মই তোক এৰি ক'লৈকো নেযাওঁ মা।' মোৰ চকুপানী ওলাইছিল, কিন্তু আঁচলেৰে মচি কলোঁ, 'মোলৈ চিন্তা নকৰিবি। যি ঘৰত পৰিলি তেওঁলোকে মোক এৰি নিদিয়ে'।"

বেলি ব'ল। মই দেখিলোঁ, বেলিয়ে কোৱা কথাবোৰত সঙ্গতি আছে, কিন্তু মোৰ পাপী মনে এটা প্ৰশ্ন নকৰি নোৱাৰিলোঁ, কাৰণ মোৰ বাবে শাৰীৰিক সংসৰ্গৰ কথাটো নাৰী-চৰিত্ৰ নিৰূপণ কৰাৰ এটা প্ৰধান মাপকাঠী।

মই সুধিলোঁ—"সিহঁতৰ মাজত শাৰীৰিক সংসৰ্গ হৈছিল নেকি ?"

"ওহোঁ"।

মই বুজিলোঁ এই কথা বেলিয়েও নেজানে, ময়ো জানিব নোৱাৰিম। সেই সম্পৰ্কে কৌতূহল অহেতুক।

মই এইবাৰ সুধিলোঁ—"এতিয়াও অমলাই একান্তভাৱে ভাল পায় নে ৰজতক ?"

"পায়।"

মই আশ্বস্ত হলোঁ। কিন্তু হঠাতে প্ৰশান্তই মাকলৈ দিয়া চিঠি-

খনৰ কথা মনত পৰিল। মই কলোঁ—"বেলি, এটা কথা সোধোঁ, বেয়া নেপাবা।"

"কি ? সোধক।"

"প্ৰশান্তৰ লগত অমলাৰ কি সম্পৰ্ক আছে ?"

বেলিৰ মুখখন ৰঙা পৰি গ'ল। তাই সংযত হৈ কলে—"প্ৰশান্ত এটা পশু।"

"কিয় বেলি ?"

বেলিয়ে মোৰ মুখলৈ চাই কলে—"আপুনি বেয়া নেপায়তো কলে ?"

"নেপাওঁ, কোৱা।"

"যিজনী ছোৱালী তাৰ নবৌয়েক হব, তাইলৈ সি চিঠি দিব লাগে নে ? দিনৌ একোখন আহে।"

"অমলাই তাৰ উত্তৰ দিয়ে নে ?"

"দিয়ে।"

"কি দিয়ে ?"

"মই নেজানো, নিশ্চয় তাই লিখে তাক ভাল পাওঁ বুলি, কিন্তু ৰজতক যেনেকৈ ভাল পায় তেনেকৈ নহয়।"

মই সন্তুষ্ট নহলোঁ বেলিৰ উত্তৰ শুনি। কলোঁ—"অমলাই একো লেখা উচিত নাছিল।"

বেলিয়ে উত্তৰ দিলে, "ময়ো কৈছিলোঁ। আজিকালি কোনে কাক চম্ভালিব পাৰে। আজিকালি সকলো স্বাধীন।"

"তথাপি অমলাই ৰজতৰ বাহিৰে আন কাৰোবাক ভাল পোৱা বুলি জানিলে মোৰ আত্মাই স্বৰ্গতো শান্তি নেপায়। মোৰ কি ভাব হয় কব পাৰা নে ?"

"কি হয় ?"

"সীতাৰ দৰে সতীয়েও অশোক বনত ৰাৱণৰ মূৰ্ত্তি এটা আঁকিছিল।

অমলাৰ মনটো বিচিভাৱৰ দৰে বুলি কৈছাই নহয়। তাইৰ হৃদয় কেতিয়াবা সহজে বিচলিত হয়। আৰু—”

বেলি মোৰ কাষ চাপি আহিল। মোৰ মূৰৰ চুলিবোৰত হাত ফুৰাই দিলে, গালত টপৰকৈ এটা চুমা খালে, তাৰ পিছত বুকুত সোমাই মুখ নোতোলা হ'ল।

মই ভয় খাই গলোঁ। দুৱাৰখন খোলা আছে। অমলা বা প্ৰমীলাই তেনে অৱস্থাত দেখিলেই সৰ্ব্বনাশ। মই কলোঁ—“বেলি, গুচা। ইমান অসংযত হোৱা অন্যায়।”

বেলিয়ে মূৰ তুলি কলে—“ক্ষমা কৰিব। কিন্তু নাৰীৰ হৃদয় এক অদ্ভুত বস্তু। দুজনক সমানে ভালপোৱাও একো আচৰিত কথা নহয়। নহ'লে চাওকচোন, আপোনাক আজীৱন চেষ্টা কৰিও পাহৰিব নোৱাৰিলোঁ কিয়? ইয়াৰ মানে এইটো নহয় যে মোৰ গিৰিহঁতক মই ভাল নেপাওঁ।”

বেলিয়ে কাপ-প্লেটবোৰ লৈ পাকঘৰলৈ গুচি গ'ল। মই অবাক হৈ তাইলৈ চাই ৰলোঁ! কথাষাৰ মন্তা মানুহতো খাটে। প্ৰমীলাক ইমান ভালপোৱা সত্ত্বেও এই হৃদয়ত বেলিৰ বাবে ঠাই হ'ল কেনেকৈ? হৃদয়ৰ ৰহস্য এক অদ্ভুত বস্তু।

হঠাতে শুনিলোঁ বাহিৰত কোনোবা কেইজনীমান মানুহে চিঞৰিছে—“সোণ দিবনে, সোণ?”

মোৰ মনত পৰিল বজ্ৰতৰ জোৱানৰ অলঙ্কাৰবোৰৰ কথা। বিমলাৰ দৰে সেইবোৰতো সোণৰ ফাণ্ডত দিব পাৰি! বজ্ৰতক যিবোৰ শত্ৰুৱে মাৰিলে সেইবোৰ শত্ৰুক মাৰিবৰ বাবে বন্দুক-বাৰুদ তৈয়াৰ কৰিবৰ বাবে এইবোৰ সোণ কামত লাগিব। সেইবোৰেৰে আমিনো কি কৰিম?

মই কলোঁ—“ৰহক গৈছোঁ।”

লৰালৰিকৈ গলোঁ প্ৰমীলাৰ কোঠালৈ। প্ৰমীলাক কব খুজিছোঁ কথাটো, এনেতে দেখিলোঁ এক অদ্ভুত কাণ্ড কৰি পেলাইছে তেওঁ।

অমলাক ধৰি লৈ এটা এটাকৈ সকলো অলঙ্কাৰ পিন্ধাই দিছে প্ৰমীলাই। মই সোমাবৰ সময়ত অলঙ্কাৰৰ ভৰত তাই যেন দোপ লব খুজিছে।

মই কলোঁ—"বাহিৰত সোণ বিচাৰি মানুহ আহিছে প্ৰমীলা!"

"সোণ ঘৰত অকণো নাই।"

"কিয়, এইবোৰ অলঙ্কাৰেৰে কি কৰিবা? যুদ্ধৰ কামত লাগক।"

প্ৰমীলা জ্বলি উঠিল। প্ৰমীলাৰ ৰণচণ্ডী মূৰ্ত্তি মই সদায় ভয় কৰোঁ। কলে—"এয়া সোণ অমলাৰ। আপোনাৰ অলপো কাণ্ডজ্ঞান নোহোৱা হ'ল দেখিছোঁ।"

অমলাই ইতস্ততঃ কৰিবলৈ ধৰিলে।

মই শ্লেষৰ সুৰত কলোঁ—"লৰা মৰিছে, ইফালে বোৱাৰী সজাইছা।"

প্ৰমীলাই উত্তৰ দিলে—"লৰা এটাহে মৰিছে, আৰু এটা আছে নহয়।"

"কি!"

"অঁ, এই হেন সোণৰ প্ৰতিমা হাততে পাই এৰি দিয়া ভকতনা মই নহয়। মোৰ যে শৰীৰ পৰি আহিছে তাৰ জানো কোনোবা দিনা খবৰ ৰাখিছে?"

মই কিবা কব খুজিছিলোঁ। কিন্তু দেখিছোঁ অমলাই খুব অস্বস্তি-বোধ কৰিছে আৰু বেলিয়ে আহি দুৱাৰমুখত ৰৈ মোলৈ তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰিছে।

মই উভতি আহি বাহিৰত মানুহ কেইজনীক সুদা মুখে বিদায় দিলোঁ। মই বুজিলোঁ, প্ৰমীলাই কাক উপলক্ষ্য কৰি অমলাক অলঙ্কাৰ পিন্ধাইছে।

সেই কথা মোৰ বাহিৰে আনে কোনেও নেজানে। প্ৰমীলাই সদায় প্ৰশান্তক বেছি ভাল পাই আহিছে। মনে-চিত্তেও তাই প্ৰশান্তৰ খুব ওচৰ। দুয়োৰে প্ৰাণৰ ধৰ্ম্মও একে। ৰজতৰ লগত মোৰ আত্মিক

যোগাযোগ গভীৰ। আজি ৰজতৰ মৃত্যুৰ খবৰ পাই, মই তাৰ কথাকে অনবৰত ভাবি আছিলোঁ। আজি গোটেই ঘৰখনে তাৰ বাবে শোক কৰক, প্ৰাৰ্থনা কৰক, লঘোন দিয়ক—এয়ে আছিল মোৰ কামনা। কিন্তু প্ৰমীলাই দুঘণ্টাৰ শোকৰ পিছতে মন সলালে। তেওঁ ৰজতৰ আত্মাক অবমাননা কৰিছে। মৰাৰ খবৰ পোৱাৰ দুঘণ্টা নৌহওঁতেই নহলে কিয় অমলাক অলঙ্কাৰ পিন্ধাই সৰু পুতেকৰ বাবে বোৱাৰী বৰণ কৰিব ?

"ৰজত, এইজনী মাৰ হয় তোৰ, কিন্তু দৰদী মাৰ নহয়। এইজনী ৰাক্ষসিনী।"

চাটি-ফুটি লাগিল অন্তৰত। মই চ'ৰা-ঘৰত বহি থাকিব নোৱাৰিলোঁ, ৰজতৰ কোঠাত সোমাই মই সৰু লৰাৰ দৰে উচুপি উচুপি কান্দিবলৈ ধৰিলোঁ। অলপ পৰৰ পিছত বেলি সোমাই আহিল। বেলিয়ে দুৱাৰখন জপাই দিলে। মোক টানি নি খাটিয়াখনত শুৱাই দি কলে, "অলপ শোৱক।"

"তুমি থাকিবা বেলি, নহলে মই একো কৰিব নোৱাৰোঁ।"

বেলিয়ে মোৰ ওচৰত বহি মোৰ হাতখন তেওঁৰ হাতত লৈ কলে, "আপুনি বৰ দুৰ্ব্বল। মই থাকিম। শোৱক।"

শুলোঁ, মানে শুবলৈ চেষ্টা কৰিলোঁ। কিন্তু চকুৰ আগত দেখিলোঁ এখন প্ৰাচীন সমৰ। কোনোবা মহাৰথীয়ে শতঘ্নী বাণ হানিছে। পৃথিবী ছাৰখাৰ হৈছে। জুইৰ ফিৰিঙতি জ্বলিছে, দম্ভ চূৰ্ণ হৈছে, অত্যাচাৰ ছাই হৈছে। শত্ৰু মৰি নিশ্চিহ্ন হৈছে।

সেইটো ৰজত। মোৰ বীৰ লৰা ৰজত।

## ॥ চাৰি ॥

নবেম্বৰৰ মাজ ভাগত অকস্মাতে ভাৰতৰ ভাগ্যৰ চকৰি ঘূৰিবলৈ ধৰিলে। সংখ্যাগৰিষ্ঠতা আৰু অস্ত্ৰগৰিষ্ঠতাৰ বলেৰে চীনৰ সৈন্য-বাহিনীয়ে সাময়িকভাৱে আমাৰ সৈন্য-বাহিনীক উত্তৰ-পূৰ্ব্ব সীমান্ত অঞ্চলৰ ঘাই ঠাইবোৰৰপৰা পিচ হুঁহকি আহিবলৈ বাধ্য কৰিলে আৰু বোমডিলা-ৱালঙৰ পতনৰ পাছত দেশ ৰক্ষাৰ শেহৰ খোপনি হললহি ভৈয়ামৰ ঘাটিবোৰ।

এই খবৰ পাই নগৰ-চহৰ আৰু বাগিচাবোৰৰপৰা মানুহ-দুনুহ ভাগিবলৈ ধৰিলে। এদিন দেখিলো, পুৱাৰেপৰা ট্ৰাঙ্কৰোডেদি শাৰী পাতি মটৰ-গাড়ী গৈছে ডিব্ৰুগড অভিমুখে। অইল কোম্পানী আৰু চাহবাগানৰ বিদেশী চাহাব ভাগিছে সপৰিয়ালে। লগতে আমাৰ দেশীয় বেপাৰী আৰু বৰ বৰ চাকৰিয়ালসকলৰো বহুত ভাগিছে। যাৰ নিজৰ মটৰ আছে, তেওঁলোকে মটৰেৰে একেবাৰে কলিকতালৈ পোনাইছে ; যাৰ নাই সিইতে ৰেলত বা এৰোপ্লেনত যাবলৈ আশা পালি ৰৈছেহি।

ইপিনে চহৰত ভগনীয়া শুশ্ৰূষাৰ কেন্দ্ৰৰ বাহিৰেও এটি নাগৰিক প্ৰতিৰক্ষাৰ সঙ্ঘ গঢ় লৈ উঠিছিল। ভালেমান ডেকা-বুঢা একলগ হৈ ভুজুগত মানুহক অপসাৰণ কৰিবলৈ ওলোৱাৰ বিৰূপ আলোচনা কৰি ইতিমধ্যে ঠিক কৰিছিল আক্ৰমণৰ সময়ত সজাগ আৰু সতৰ্কভাৱে ৰাইজৰ সেৱা কৰিবৰ বাবে। এটি স্বেচ্ছাসেৱক বাহিনী গঠনৰ দিহা কৰিছিল। মুকলি পথাৰত নিতৌ পুৱা স্বেচ্ছাসেৱকসকলক পেৰেড কৰিবলৈ শিকোৱা ভাৰ পৰিছিল প্ৰাক্তন সৈনিক আৰু ছহিদৰ বাপেক

বুলি মোৰ ওপৰত। কিছুমান চকুচৰহা লোকে আথেইৰ শহুৰেক বুলি মোক এই দায়িত্ব-সম্পন্ন পদাধিকাৰ দিয়াৰ বিৰোধী আছিল, কিন্তু বেছি ভাগ মানুহেই বিশেষকৈ আথেইক গ্ৰেপ্তাৰ কৰাৰ সময়ত মোক দেখা পুলিচ অফিচাৰ এজনৰ মতামত শুনি সকলোৱেই শেহত মোৰ ওপৰত বিশ্বাস স্থাপন কৰিলে।

সেইদিনা পেৰেডৰ পথাৰত মানুহৰ অসম্ভৱ উত্তেজনা। উত্তৰ-পূৰ সীমান্ত অঞ্চলৰপৰা ভাগি অহা ভালেমান মানুহ পুৱাৰেপৰা নগৰত সোমাবলৈ আৰম্ভ কৰিছিল। আমি প্ৰমাদ গণিলোঁ আৰু ধাৰণা হ'ল, যদি সময় মতে ৰাইজক পলাই যোৱাৰ বিৰুদ্ধে সজাগ কৰি দিয়া নেযায় তেন্তে ভগনীয়াবোৰ আহি পোৱাৰ পিছত যিবোৰ ভৰাবাতৰি প্ৰচাৰ হ'ব সেইবোৰ শুনি মানুহে ধৈৰ্য্য ধৰা টান হ'ব। পেৰেড শেষ হোৱাৰ পাছত ময়েই ডেকাবোৰক বাহিৰে বাহিৰে মাইক লৈ প্ৰচাৰকাৰ্য্য কৰিবলৈ কলোঁ, আৰু কি কব লাগিব তাকো কলোঁ।

পিছ বেলালৈ আমি ঠিক কৰিলো ঘৰে ঘৰে ভলণ্টিয়াৰ গৈ ভাগিবলৈ ধৰা মানুহক ভঙাবলৈ। সেই কামো ততালিকে আৰম্ভ হ'ল।

গোটেই চহৰকে ভয়ৰ বিভীষিকাই ছাটি ধৰিছিল। আবেলি মই বিমলা আৰু বেলিইঁতক মোৰ ঘৰলৈকে আনিবৰ বাবে ভলণ্টিয়াৰ পঠিয়ালোঁ, কাৰণ যি অনুমান কৰিছিলোঁ এইবাৰ বিমান যুদ্ধ আসন্ন। তদুপৰি চীনাবিলাকেও ব্ৰাঙলৰ ঘাটি লোৱাৰ পিছত ডিগবই বা তিনি-চুকীয়াৰ দৰে তেল-চহৰ দখল কৰিবলৈ সৰ্ব্বশক্তি প্ৰয়োগ কৰাটো একো আচৰিত কথা নহয়। মই সন্ধিয়ালৈকে ঘৰলৈ নগলোঁ। বিমান আক্ৰমণ হলে কি কি সাৱধানতা অৱলম্বন কৰিব লাগিব সেই বিষয়ে উচ্চপদস্থ সামৰিক বিষয়াৰ লগত আলোচনা কৰি বুজিলোঁ যে এইবাৰৰ বিমান আক্ৰমণৰপৰা কেৱল পোহৰ নিয়ন্ত্ৰণ বা ট্ৰেন্স খান্দিয়েই ৰক্ষা পাব নোৱাৰি। তাৰ বাবে বৃহৎ বিমান শক্তি লাগে। তাতেই শুনিলোঁ, ভাৰতবৰ্ষই পশ্চিমীয়া দেশবোৰৰ ওচৰত বিমান সাহায্য বিচাৰিছে।

আমি পৰিকল্পিত অপসাৰণৰ কথাও ভাবিছিলোঁ। চীনা সৈন্যৰ কবলত যদি কেনেবাকৈ পৰিবলৈ হয় চহৰ তেন্তে সৰ্ব্বনাশ হব। তাৰ আগতে লৰা-ছোৱালীবোৰ দূৰৰ গাঁৱলৈ নিব লাগিব।

আমাৰ ভিতৰত যিবোৰ দূৰদৰ্শী আছিল সেইবোৰে অসমৰ ৰাজনৈতিক ভৱিষ্যত লৈ চিন্তিত হৈ পৰিছিল। তাৰে সাহসীলোক-সকলে গৰিলা যুঁজ কৰাৰ কল্পনাও কৰিছিল। চীনাহঁত অহাৰ পাছতো সিহঁতক গোপনে সকলো কামতে বাধা দিবলৈ এটা বাহিনী লাগে; তাৰ বাবে কিছুমান ডেকা লৰা সাজু কৰাৰ কথা আমি কল্পনা কৰিছিলোঁ। কিছুমানে সেই উদ্দেশ্যে নগৰত এটা ভলন্টিয়াৰৰ চেঞ্চাচ কৰাৰ কথাও কৈছিল।

ইতিমধ্যে চহৰৰ ঠায়ে ঠায়ে আপোনা-আপুনি সোণ দান আৰু দেশৰক্ষা ফাণ্ডলৈ ধন দান চলি আছিল। ৱাৰ্ড কিছুমানত তিৰোতা-সকলক প্ৰাথমিক চিকিৎসাৰ শিক্ষাও দিয়া হৈছিল। নিজ নিজ ৱাৰ্ডত প্ৰমীলা, বেলি আৰু অমলায়ো শিক্ষা লৈছিল।

কেৱল বিমলাহে খুব ব্যস্ত আছিল নিজৰ ডাইভোৰ্চ মোকৰ্দ্দমা লৈ। আথেই দেৱলী শিবিৰত আছিল, আৰু তাৰপৰা দিয়া প্ৰথমখন চিঠিতে সি বিমলাক ভালৰি বোলাবৰ বাবে খুব অনুতাপ কৰিছিল নিজৰ কামৰ বাবে আৰু ক্ষমা বিচাৰিছিল। কিন্তু বিমলাই লিখি দিলে, আথেইৰ লগত সহবাস কৰা তাইৰ পক্ষে অসম্ভৱ আৰু যিমান সোনকালে পাৰি সিমান সোনকালে দুয়োৰো মাজত ডাইভোৰ্চ হোৱা বাঞ্ছনীয়। অকল চিঠি দিয়েই ক্ষান্ত নহল বিমলা। সকলো ধৰণৰ প্ৰমাণেৰে সৈতে কাচাৰী-ঘৰত দৰ্খাস্ত দিলে, শীঘ্ৰে বিবাহ-বিচ্ছেদ বিচাৰি।

কিন্তু আথেয়ে বিমলাৰ ভয়ঙ্কৰ মূৰ্ত্তিৰ কথা ভাবি ভয় খাই তাইক মাতি পঠিয়ালে দেৱলী শিবিৰলৈ—লিখিলে তাই এতিয়াও তাৰ বিবাহিতা স্ত্ৰী। কাজেই এবাৰ তাইক লগ পাব খোজে।

বিমলাই যাব নে নেযায় একো ঠিক কৰিব পৰা নাছিল। কিন্তু হঠাতে যুদ্ধৰ পৰিস্থিতি বেয়া হবলৈ ধৰিলে। উত্তৰ-পূৱ সীমান্ত প্ৰদেশৰ-পৰা যেনেকৈ ভাৰতীয় বাহিনী অপসাৰণ কৰিব লগা হ'ল, তাক ভাবি আমি সকলো বেজাৰত ম্ৰিয়মান হবলৈ ধৰিলোঁ। যুদ্ধৰ খবৰে বিমলাৰ মুখ বেছিকৈ শুকান কৰিলে, তাই অধৈৰ্য্য নহল। ৱালং পতনৰ পাছৰেপৰা তাই খুব নিয়মমতে নাগৰিক প্ৰতিৰক্ষাৰ কামত লাগি গ'ল। ওচৰৰ বাগানৰ চাহাব-মেমবোৰ আৰু তিনিচুকীয়াৰ দুই এজন মাৰোৱাৰী বন্ধুৱে তাইক কলিকতালৈ পলাবলৈ উপদেশ দিছিল, আৰু লৈ যাবলৈও উপযাচি ওলাইছিল, কিন্তু তাই নগল। তাই কলে, "এই চহৰ এৰি ক'লৈ যাম? বৰং মোৰ গিৰিহঁতৰ দেশদ্ৰোহিতাৰ প্ৰায়শ্চিত্ত কৰিবৰ বাবে মই ইয়াতে থাকিব লাগিব।"

কিন্তু চি-আই-ডিবোৰে বিমলাক সদায় জুলুম কৰিছিলগৈ। আথেইৰ গ্ৰেপ্তাৰৰ পিছত তাইৰ গতি-বিধি খুব সতৰ্কতাৰে সৈতে লক্ষ্য কৰিছিল। তাত মই একো বাধা দিব নোৱাৰিলোঁ। ৰাষ্ট্ৰৰ সন্দেহ সহজে মাৰ নেযায়। তাতে খুব উৰাবাতৰি উঠিছে, সমগ্ৰ অসম জুৰি বহুত গুপ্ত শত্ৰু আৰু চোৰাংচোৱাই মনে মনে কাম কৰি আছে বুলি।

আথেইৰ ঘৰ-দুৱাৰ সকলোতে এতিয়া পুলিচ-পহৰা আছে। আৰু বিমলায়ো ক'লৈ যায় কি কৰে তাৰ বাবে দিনৌ জবানবন্দী দিব লাগে পুলিচৰ ওচৰত। তাইৰ অসহ্য হৈ উঠিছিল জীৱন, আৰু যিমান সোনকালে ডাইভোৰ্চড্ হৈ কলঙ্কমুক্ত হব পাৰে সিমানে মঙ্গল বুলি বিবেচনা কৰিছিল। কিন্তু আথেয়ে গণ্ডগোল লগাইছে মাজতে, আৰু ইতিমধ্যে যুদ্ধৰ অৱস্থাও বেয়ালৈ ঢাল খাইছে।

গধূলি হৈ অহাৰ লগে লগে প্ৰতিৰক্ষা অফিচত গম পালোঁ যে বিমলাৰ গ্ৰেপ্তাৰ খুব আসন্ন। অৱস্থা বৰ বেয়া আৰু চৰকাৰে কোনো সন্দেহজনক মানুহকে বাহিৰত ৰাখিব নোখোজে।

মোৰ মুখ-চকু ৰঙা হৈ গ'ল এক অদৃশ্য অপমানত। বিমলা

আথেইৰ ঘৈণীয়েক হব পাৰে, কিন্তু ৰক্তৰ বায়েকো। অকল ৰক্তৰ বায়েকেই নহয়, বঙ্কুৰাম মজুমদাৰৰ জীয়েকো।

বহুত কাম আছিল। ঘৰলৈ আহিবৰ সময়ত ৰাতি এডোখৰ হ'ল। হঠাতে থানাৰপৰা মোলৈ খবৰ আহিল। লৰালৰিকৈ গৈ দেখোঁ এচ-পিৰ ওচৰতে মুখামুখিকৈ বিমলা বহি আছে।

মোক দেখি তাই তলমূৰ কৰিলে।

এচ-পিয়ে মোক দেখি কলে—"আপোনাক আমি মতাইছোঁ এটা কথা সুধিবৰ বাবে।"

"কওক।"

"এখেতক আমি বাহিৰত ৰাখিব নোৱাৰোঁ।"

"কিয় ?"

এচ-পিয়ে কলে, "প্ৰমাণ একো নাই, কিন্তু এতিয়াও এখেত চীনা নাগৰিকৰ পত্নী। সময় বৰ বেয়া। শুনিছেই নহয়। গতিকে এখেতক আমি কেই দিনমান ৰক্ষণা-বেক্ষণত ৰাখিব খোজোঁ। আপুনি সকলোৰে শ্ৰদ্ধেয় নাগৰিক, আপোনাক জনালোঁ।"

মই বিমলাৰ মুখলৈ চালোঁ, কিন্তু তাই মূৰ তুলি নেচালে। মই লাহেকৈ কলোঁ—"শুনক এচ-পি ডাঙৰীয়া! আইনে কি কয়, কি নকয় তাক মই নেজানো। কিন্তু মই জানো এই নিষ্পাপ, নিৰপৰাধিনী।"

"ময়ো জানো। কিন্তু সময় বৰ বেয়া হেৰি। আমি কাকো কৰুণা দেখুৱাব নোৱাৰোঁ। আথেইৰ লগত বহুত বছৰ একেলগে থকাটোও এটা সন্দেহজনক কথা।"

মোৰ মূৰ ঘামি গ'ল। মই কলোঁ—"বাৰু যদি মই তাইৰ ভাৰ লওঁ তেন্তে হব নে ?"

"হব পাৰে।"

হঠাতে বিমলাই দপ্‌দপাই উঠিল আৰু কলে—"দেউতা, আপোনাক

মোৰ ভাৰ লবলৈ কোনে কৈছে ? মোৰ ভাৰ মই নিজে লম। আপুনি ঘৰলৈ যাওক।"

মই বিমলাক কলোঁ—"অইন একো নহয় বিমলা, তই দুখ পাবি।"

"দুখ পাব লগা যাৰ কপালত আছে সি পাবই দেউতা।"

মই বিমোৰত পৰিলোঁ।

হঠাতে এচ পিৰ হাতত থকা ট্ৰেন্‌জিষ্টৰ ৰেডিঅ' বাজি উঠিল—প্ৰধান মন্ত্ৰীৰ বক্তৃতা আহিছে।

আমাৰ চকু থিৰ হ'ল, বোমডিলা-ৱালং পতনৰ পাছত হঠাতে প্ৰধানমন্ত্ৰীৰ মাত করুণ হৈ উঠিছে, কৈছে শত্ৰু সৈন্য আগবাঢ়িছে ভৈয়ামৰ পিনে! অসমৰ মানুহৰ চিন্তাত তেওঁৰ হৃদয় সকৰুণ হৈ পৰিছে·······।

'তথাপি যুঁজিব লাগিব, শত্ৰুক নেখেদালৈকে আমাৰ জিৰণি নাই।'

ৰেডিঅ' বন্ধ হ'ল। দেখিলোঁ এচ-পিৰ মুখ গহীন হৈ পৰিল। মোৰ ফালে চাই কলে—"খুব বেয়া দিন আহিছে ডাঙৰীয়া। যোৱা ডেৰশ বছৰে এনে দুৰ্য্যোগৰ সম্মুখীন হোৱা নাছিল আমাৰ মানুহ।"

কিছুপৰৰ কাৰণে তেওঁ বাহিৰলৈ ওলাই গ'ল। বাহিৰৰ জাৰ মুখে-কপালে লাগিলত মানুহটোৱে অলপ সান্ত্বনা পালে। চহৰত ট্ৰায়েল ব্লেক-আউট হৈছে; ৰেপেকুৱা চহৰখনত আজি কাৰো খদমদম নাই।

মই বিমলাৰ মুখলৈ চালোঁ। মুখখন কেহেৰাজ বৰণীয়া হৈছে। বোধহয় তাই খুব অপমানিত বোধ কৰিছে। তায়েই গিৰিয়েকক ধৰাই দিয়াইছিল—সেইকথা এচ-পিয়েও জানে। তাই যে ডাইভোৰ্চ কৰিব খুজিছে সেই কথাও চৰকাৰৰ অবিদিত নহয়। তেন্তে কিয় তাইক গ্ৰেপ্তাৰ কৰিব লগা হ'ল ? আইনৰ মেৰপাক তাই নুবুজিলেও এই কথা তাই জানে আৰু প্ৰমাণ কৰিব পাৰে যে তাই দেশদ্ৰোহী নহয়।

গ্ৰেপ্তাৰ হোৱাৰ কলঙ্ক বহন কৰিবৰ বাবে তাই কোনো ৰকম সাজু নাছিল।

মই তাইলৈ চাই একো মাত মাতিব নোৱাৰিলোঁ, কিন্তু তাইক এনেকৈ এৰি থৈ যাবলৈ মোৰ মনে নসহিলে। তাই যদি একান্তই গ্ৰেপ্তাৰ হব লগা হয়, তেন্তে তাই যাতে ৰাতিটো ক'ৰবাত আৰামেৰে থাকিব পাৰে তাক চাই যোৱা মোৰ কৰ্ত্তব্য।

অলপ দেৰি তেনেকৈয়ে গ'ল। আকাশেদি সঘনে এৰোপ্লেন অহা-যোৱাৰ শব্দ শুনিবলৈ পালোঁ। যুদ্ধৰ যোগান দি আমাৰ উৰাজাহাজবোৰ বোধহয় ঘৰলৈ উলটি আহিছে। থানাৰ আগেদি ধুমধাম ফাষ্ট ক্লাচৰ অহা-যোৱা হৈছে। বোধহয় আৰু মানুহে নিজৰ লৰা-ছোৱালী অপসাৰণ কৰিছে। ইতিমধ্যে নগৰৰ ডেকা লৰাবোৰে আহি থানাৰ বাহিৰত থিয় হৈ আছেহি। মই সিহঁতৰ হাঁহি-থিকিন্দালি, উত্তেজিত স্বৰ সকলোবোৰ শুনিছোঁ। বোধহয় বিমলা গ্ৰেপ্তাৰ হোৱা বাবে সিহঁতবো অন্তৰত দুখ হৈছে। লৰাবোৰৰ প্ৰতি কৃতজ্ঞতাত অন্তৰ ভৰি গ'ল মোৰ ; কিন্তু সিহঁতে নিজৰ নিজৰ কাম এৰি এনেকৈ সময় নষ্ট কৰাটোও ঠিক হোৱা নাই। ট্ৰাকৰ পিছত ট্ৰাক আহি আছে পৰ্ব্বতৰ ভগনিয়াৰ। সিহঁতক থানথিত লগাই ৰখা সকলোৰে কাম।

মই এটা মিক্সাৰ পকালোঁ। আৰু অতি আতুৰত তাহানিখন দেউতাই গোৱা কীৰ্ত্তনৰ পদ একাকি মনে মনে গুণগুণালোঁ। তাৰ পিছত খুব সহজভাৱে কলোঁ—"বিমলা তই দুখ নকৰিবি। ভগৱান আছে। ভগৱানে তোক ৰক্ষা কৰিব।"

বিমলাই কোনো দিনে কোনো কালে ভগৱানৰ কথা ভবা নাছিল ; প্ৰয়োজনো হোৱা নাছিল। কিন্তু আজি হঠাতে ভগৱানৰ সদাশয় করুণাময় মূৰ্ত্তিৰ কথা স্মৰণ কৰি তাইৰ চকুপানী ওলাল।

মোৰ মনটো ভাল লাগি গ'ল। মানুহ কোনো নাছিল। মই

বিমলাৰ মুখলৈ চাই কলোঁ—"বিমলা, মানুহে ঢুকি নোপোৱা ঠাইৰ-পৰা নেদেখাজনে আমাৰ জীৱনবোৰ ওলট-পালট কৰি ধেমালি কৰে। আমি নিজেও নেজানো কি ঘটে—কাৰ জীৱনত।"

খুব করুণ মাতেৰে বিমলাই মোক মাতিলে। "দেউতা, নিৰপৰাধীক শাস্তি দিয়াই ভগৱানৰ বিধান নেকি দেউতা ?"

মই কলোঁ,—"কেতিয়াও নহয়।"

"তেনেহলে মোক কিয় গ্ৰেপ্তাৰ কৰিছে ? মইতো একো কৰা নাই। এদিন প্ৰাণৰ আৰ্কষণত এটা বিদেশীক ভাল পাই বিয়া কৰাইছিলোঁ। সেই বিদেশীটোৱে শেহত দেশদ্ৰোহিতা কৰিলে। ময়েই তেওঁক আৱিষ্কাৰ কৰিলোঁ, ময়েই ধৰাই দিলোঁ। তথাপি মোৰ শাস্তি কিয় দেউতা ?"

মই কলোঁ—"এইটো তোৰ শাস্তি নহয় বিমলা, এইটো তোৰ পৰীক্ষা।"

"পৰীক্ষা ?"

"অঁ। সীতাই এদিন নিজৰ কলঙ্ক মোচন কৰিবলৈ অগ্নিপৰীক্ষা দিছিল। মানুহে সদায় সন্দেহ কৰে। মানুহৰ স্বভাৱেই হৈছে সন্দেহ কৰা ?"

"মানুহতো নহয়, ৰাষ্ট্ৰইহে।"

"ৰাষ্ট্ৰনো কি বিমলা, ৰাষ্ট্ৰও মানুহৰ এখন সংস্থাহে। তই মোৰ জীয়াৰী বিমলা। ৰজত, প্ৰশান্ত যেনে দেশপ্ৰেমিক, তয়ো তেনে দেশপ্ৰেমিকা। পৃথিবীয়ে কলেও তোক মই সন্দেহ নকৰোঁ।"

বিমলা এইবাৰ মোৰ কাষ চাপি আহিল, আৰু জীৱনত প্ৰথম বাৰলৈ মোক সেৱা কৰিলে, তাৰ পিছত কলে—"পৃথিবীত যদি মোক কোনেও উভতি নেচায়, আপুনি মোক ভুল নুবুজে এই বিশ্বাস মোৰ আছে দেউতা। এই যুদ্ধৰ দিন কেইটা বাটে-ঘাটে, অফিচে-কাচাৰীয়ে অসংখ্য মানুহৰ বিদ্ৰূপ-গঞ্জনা মই সহ্য কৰিছোঁ ; সকলোৱেই

মোক চীনাৰ পত্নী হিচাপে চাইছে। কিন্তু সিহঁতে নেজানে মোৰ হৃদয়ত কি জ্বলন্ত দেশপ্ৰেমৰ জুই জ্বলিছে। মোৰ সকলো সঞ্চিত ধন আৰু গহনা মই দেশৰক্ষাৰ পুঁজিত দি দিছোঁ! আনে বস্তু কিনিছে, আৰু মই দান দিছোঁ। অকাতৰে ডেকা-লৰাইঁতৰ লগত লগ লাগি নাগৰিক প্ৰতিৰক্ষাৰ কাম কৰিছোঁ। আৰু মোৰ ঘৰটোত উপযাচি আৰ্মি-ইমাৰজেন্সী হাস্পতাল পাতিবলৈ অনুমতি দিছোঁ। তথাপি দেখোন কলঙ্ক মোচন নহয়। মই যেন ঘৃণনীয়া, পেলনীয়া, পতিতা। এই দেশ পৰম পৱিত্ৰ দেশ। ইয়াত উদাৰচেতা পুৰুষ এজনো নাই নে যাৰ অন্তৰত এজনী নাৰীৰ গভীৰ দুখে অকণমান প্ৰতিধ্বনি তোলে? ভগৱানে বা কি কৰিছে, তেওঁ ইমান নিষ্ঠুৰ নে?"

মোৰ বিস্ময়বোধ হ'ল বিমলাৰ কথা শুনি। আথেইৰ অথন্তৰৰ পিছত এইজনী বিমলাৰ লগত মই বহুতবাৰ কথা পাতিছোঁ, মাকেও পাতিছে, কিন্তু কোনো দিনেও তাই কোৱা নাই যে তাই এনেকৈ সমগ্ৰ চহৰৰ আৰু দেশবাসীৰ বিদ্ৰূপ-গঞ্জনা সহ্য কৰি লাঞ্ছিত জীৱন সহ্য কৰিব লগা হৈছে। মূৰ্খ মানুহবোৰে একো কথা গুনি-গাঁথি নোচোৱাকৈ যাৰে তাৰে নামত কলঙ্ক প্ৰচাৰ কৰে। সিহঁতে জানিব লাগিছিল যে বিমলা এনে এটা পৰিয়ালৰ জীয়ৰী যাৰ দুটা লৰা সীমান্তৰ ৰণাঙ্গনত আছে, তাৰে এটা ছহিদ হৈছে। এই সৰু চহৰতো তাইৰ বাপেকৰ এটা খ্যাতি আছে।

বিমলাক কলোঁ—"ভগৱানক দোষ নিদিবি বিমলা। মানুহ মূৰ্খ।"

বিমলাই খুব লাহে লাহে কলে—"মানুহ মূৰ্খ হওক জ্ঞানী হওক সেইটো কোনে জানে? কিন্তু গণতান্ত্ৰিক দেশত মানুহৰ কথা মতেই ৰজা চলে, সিহঁতে সন্দেহ কৰিছে যেতিয়া মই ৰক্ষা পৰিম কেনেকৈ?"

মই লাহে লাহে কলোঁ—"মানুহক মই বুজাব পাৰিম বিমলা, মূৰ্খ ই বুজোঁতে সময় লয়। তই অলপ ধৈৰ্য্য ধৰ।"

থানাৰ বাহিৰত যথেষ্ট ডেকা লৰা গোট খাইছিল; বেছি ভাগেই বিমলাক ঠাট্টা কৰিছিল; বহুতে তাইক এবাৰ চাই যাবৰ হেপাহেৰেও আহিছিল। তাই মানুহজনী ৰহস্যৰ কেন্দ্ৰস্থল হৈ উঠিছিল। সমগ্ৰ চহৰ ব্যাপি ভালেমান উৰা-বাতৰি বিয়পি পৰিছিল বিমলাক লৈ। চকুচৰহা মানুহবোৰে প্ৰচাৰ কৰিছিল যে বিমলাৰ গতি-বিধি আৰু কাম-কাজ সন্দেহজনক হৈ পৰিছে। চীনা গিৰিয়েকৰ লগত অতদিন একেলগে থকাৰ ফলত তাই সম্পূৰ্ণৰূপে দেশক পাহৰি পেলাইছে। বৰ্ত্তমান সময়ত তাইক বাহিৰত মুকলিকৈ ৰখা ভয়ানক বিপজ্জনক কথা।

থানাৰ বাহিৰত গুণগুণনি ক্ৰমাৎ বেছি হৈ আহিছিল, আৰু তাৰ লগে লগে বিমলাৰ মুখ ক'লা পৰি গৈছিল। সেই দৃশ্য অসহ্য হৈছিল। মনে মনে মোৰ বুকুত এটা দৃঢ় ইচ্ছাৰ জন্ম হৈছিল। লৰামখাক মই নিজে বিমলাৰ কথা কব খুজিছিলোঁ, তাইৰ জন্ম, তাইৰ বিবাহ, তাইৰ বিবাহ-বিচ্ছেদ।

কিন্তু তেনেতে দেখিলোঁ এজন সামৰিক বিষয়াক লৈ এচ-পি ঘূৰি আহিছে। মানুহজনক মই চিনি নেপালোঁ। কিন্তু দেখি বুজিলোঁ মানুহজন ডাঙৰ অফিচাৰ। মানুহজন আহি বিমলাৰ ফালে চালে আৰু তাৰ পিছতে সৰল ইংৰাজীত সুধিলে—"আপুনি চীনা ভাষা জানে নেকি ?"

"অলপ অলপ।"

"আপুনি আপোনাৰ গিৰিহঁতৰ লগত কি ভাষাৰে কথা পাতিছিল ?"

"অসমীয়া।"

"আপুনি কেতিয়াবা গম পাইছিলনে যে তেওঁ স্পাই আছিল ?"

"চীনা আক্ৰমণৰ আগলৈকে গম পোৱা নাছিলোঁ। কিন্তু যেতিয়া আথেইৰ গতি-বিধি ক্ৰমাৎ সন্দেহজনক হৈ আহিল তেতিয়া গম পালোঁ।"

"হব, বুজিছোঁ। কিন্তু আপোনালোকৰ ঘৰত কেতিয়াবা সন্দেহজনক বস্তু থকা মনত পৰে নে?"

"ওহোঁ।" (বিমলাৰ কপালৰ ৰেখা সঙ্কুচিত হ'ল)।

অফিচাৰজনে এটা টোপোলা উলিয়ালে জেপৰপৰা, তাৰ পিছত টোপোলা খুলি কিছুমান কিতাপ উলিয়ালে, কিতাপবোৰ মেজত থলে, তাৰ পিছত কলে—"এই কিতাপবোৰ ক'ৰবাত দেখিছিল নে?"

বিমলাই দেখিলে সেইবোৰ বহুত দিন আগেইৰ বিচনাৰ তলত থকা কিতাপবোৰ, সেই কিতাপ তাই মন কৰা নাছিল। সেই দিনা সেইবোৰকে ষ্টোভত পুৰিছিল। মই দেখিয়েই চিনি পালোঁ। বিমলাই কলে—"কিতাপবোৰ চীনা ভাষাত লেখা, বহুত দিন আগেইৰ বিচনাৰ তলত পৰি আছিল। কিন্তু সেইদিনা পুৱা মোৰ লগত ভালকৈ এখুন্দা লগাৰ পিছত সেই সোপা ষ্টোভত পুৰিছিল।"

"আপুনি কিবা সুধিছিল নে?"

"হয়। কিন্তু মোৰ প্ৰশ্ন শুনি তেওঁ মোক মুখত সোপা দি বাথ-ৰুমলৈ সুমাই লৈ গৈছিল।"

"বাথ-ৰুমত কি কৰিব খুজিছিল?"

"মই কব নোৱাৰোঁ।"

"আপুনি কি কৰিছিল?"

"মোৰ হাত দুখন চেপি ধৰি লৈছিল, মদ খাই মানুহটোৰ চকু ৰঙা হৈ পৰিছিল, আৰু পোন প্ৰথম বাৰলৈ মই বুজি পাইছিলোঁ যে সি এটা পিশাচ।"

"কিয়?"

"নহয়। মোক হত্যা কৰি মৰা হলে ভালেই পালোহেঁতেন। কিন্তু মই বুজি পাইছিলোঁ তেওঁৰ মতলব বেলেগ।"

"সি আপোনাক কিবা কৈছিল নেকি?"

"ওঁ। কৈছিল।"

"কি কৈছিল ?"

"আনৰ আগত তাৰ কথা বেয়াকৈ নকবৰ বাবে।"

"খালি সেয়ে ?"

বিমলাৰ মুখ শেঁতা পৰি গ'ল। তাই কলে—"মই ৰাজনীতি বেছি নেজানো। বেছি প্ৰশ্ন কৰিবৰ শক্তিও মোৰ নাছিল।"

অফিচাৰজন ৰ'ল। তাৰ পিছত আকৌ প্ৰশ্ন কৰিলে—"আথেয়ে যে এই দেশ পৰিত্যাগ কৰি যাবগৈ খুজিছে, আপোনাক জনাইছে নেকি ?"

"হয়। মোক জনাইছে।"

"আপুনি নেযায় নে ?"

"ওহোঁ। মই ডাইভোৰ্চৰ দৰ্খাস্ত কৰিছোঁ।"

"আপোনাৰ ইয়াত কোনোবা আছে ?"

বিমলাই মোৰ ফালে আঙুলি দাঙি দেখুৱালে। অফিচাৰজনে সুধিলে—"আপোনাৰ নাম ?"

নাম কলোঁ।

"আপুনি প্ৰাক্তন সৈনিক ?"

"হয়।"

"আপোনাৰ এজন ল'ৰা যুদ্ধত হেৰাইছে ?"

"হয়। মৰিছে।"

অফিচাৰজনে এচ-পিৰ লগত কথা কৈ কৈ ওলাই গ'ল মই বিমলাৰ মুখলৈ চালোঁ। দেখিলোঁ এইবাৰ তাই নিঃসহায় হৈ ঠকঠককৈ কঁপিছে। তাইৰ ওপৰত ইমান সন্দেহ কিয় হৈছে সেই কথা তাই বুজি পোৱা নাছিল। কিন্তু মই বুজি পাইছিলোঁ। আমাৰ অফিচাৰসকল খুব সৰ্তক। তেওঁলোকে এইদৰে প্ৰশ্ন কৰি কৰি মানুহক জুখি চায়, তাৰ পিছত এটা সিদ্ধান্ত লয়।"

মই সুধিলোঁ—"ভয় খাইছ নেকি বিমলা ?"

"অঁ। আপুনি নেযাব দেই।"

তাইৰ উত্তৰ শুনি বুজিলোঁ তাইৰ মনোবল ভাগি আহিছে। মই হাঁহিবৰ চেষ্টা কৰি কলোঁ—"পাগলী, মই আছোঁ নহয়, তোক এনেকৈ এৰি নেযাওঁ।"

"আপোনালোকে মোক খুব ঘিণ কৰে নহয় দেউতা?"

"ধেৎ। তোক ঘিণ কৰিম কিয়? তই নির্দোষী।"

এচ-পি ঘূৰি আহিল। তাৰ পিছত কলে—"বিমলা দেৱী!"

"কি কব কওক। যাবৰ হ'ল নেকি?"

"অঁ।" এচ-পিয়ে হাঁহিবলৈ ধৰিলে।

(বিমলাৰ মাত থোকাথুকি হ'ল)—"তেনেহলে মোক আৰু শাস্তি নিদিব। মোক ক'লৈ নিয়ে লৈ বলক।"

এচ-পিয়ে কলে—"বিমলা দেৱী, আপোনাক আমি নিনিওঁ, যি আপোনাক জন্ম দিছিল তেখেতে নিব।"

বিমলাই অবাক হৈ সুধিলে—"উপহাস কৰিবলৈ ঠাই নেপালে?"

"উপহাস নহয়, সঁচা কথা। আমি আপোনাক দেউতাকৰ ঘৰতে ৰাখিম।"

বিমলাই তথাপি নিজৰ কাণকে বিশ্বাস কৰিব নোৱাৰি মোৰ মুখলৈ চালে। মই এচ-পিৰ মুখলৈ চাই কলোঁ—"এইক সঁচাকে মোৰ ঘৰত ৰাখিব?"

"হয়। আপোনালোক যাব পাৰে। মাত্ৰ বিমলা দেৱী, আপুনি দিনটোত এবাৰ এবাৰ থানালৈ আহি থাকিব। ইমান পৰে জুলুম কৰা বাবে ক্ষমা কৰিব।"

কথা কৈ এচ-পি ব'ল। তাৰ পিছত হঠাতে মোক সুধিলে—"আপোনালোকক থৈ আহিব লাগিব নেকি? বাহিৰত মানুহ আছে, যদি পুলিচ লাগে লৈ যাওক।"

মই কলোঁ—"নেলাগে। মই লগত গলে একো অসুবিধা নহয়।"

"বাক তেন্তে মই যাওঁ। এইমাত্র ডিক্রু গড়লৈ বাওনা হব লাগিব।"

ইমান পবে কমব বাহিবত বৈ থকা তলতীয়া অফিচাববোৰ আৰু পুলিচবোৰক মন কৰা নাছিলোঁ। এইবাৰ দেখিলোঁ কমটোত সিহঁতৰ অনুপস্থিতিৰ অৰ্থ সিহঁতৰ অনৱস্থিতি নহয়। সিহঁত আছে। দেশত শান্তি-শৃঙ্খলাৰ আয়ুস থাকে মানে সিহঁত থাকিব।

মই বিমলাক হাতত ধৰি একেবাৰে থানাৰ বাহিৰলৈ আহিলোঁ। দেখিলোঁ বাতি ভালেমান হ'ল। লৰা চল্লিশ-পঞ্চাশটামানে তেতিয়াও আলিবাটত থাপ দি আছিল। আমাক দেখা মাত্রকে সিহঁতে খেদি অহাদি আহি ওচৰ চাপিল।

মই ৰলোঁ। বিমলাও ৰ'ল। মই মানুহখিনি এবাৰ চালোঁ। ডেকা লৰাই সৰহ। খুব গম্ভীৰভাৱে সুধিলোঁ—"লাগে কি ?"

এটাই ভেঙুচালি কৰি উত্তৰ দিলে—"চীনাই নিয়াজনী এৰি দিলে হবপায়।"

"অঁ। মোৰ লগত থাকিব।"

এটা অস্ফুট গুণগুণনি উঠিল। মই খুব সতৰ্ক হৈ লৰাবোৰৰ মুখবোৰ চালোঁ। প্রত্যেকটো লৰাৰ মুখ চিনা টান। কিন্তু আলিবাটৰ বিজুলী পোহৰত দুই এখন মুখ চিনি পালোঁ। তাৰ ভিতৰত চহৰৰ দুটা এটা গণ্য-মান্য মানুহৰ চেঙেলীয়া লৰা দেখিলোঁ, যাৰ দৈনন্দিন কাম হৈছে মদ খোৱা, চিনেমা চোৱা, আৰু বাটৰ ছোৱালী জোকোৱা। দুই এজন আছে চহৰৰ নামী গুণ্ডা। কিন্তু দূৰত আলিবাটৰ দাঁতিত দুটামান মানুহ থিয় হৈ থকা দেখিলোঁ। বোধহয় সেইবোৰ ৰং চোৱা মানুহ।

জুমটোৰ চৰিত্র দেখি মোৰ সাহ বাঢ়িল। মই উপযাচি সুধিলোঁ—"কিবা কবা নেকি তোমালোকে ?"

প্রথমতে কোনেও মাতবোল কৰা নাছিল। কিন্তু হঠাতে দেখিলোঁ কোনোবা এটাই মাত লগাইছে।

"হয়, এটা কথা সুধিব লগা আছিল।"

"কি ?"

"আপুনি কি কাৰণে এই মানুহজনীক মোকোলাই আনিছে।"

মই উত্তৰ দিলোঁ—"এই নির্দ্দোষী।"

"কেনেকৈ জানিলে ?"

মই কলোঁ—"আথেই বিমলাৰ গিৰিয়েক হব পাৰে কিন্তু যিদিনাই তাই জানিলে যে সি দেশৰ বন্ধু নহয় সেইদিনাই তাই তাক ধৰাই দিছে। ইয়াতকৈও আৰু কিবা প্ৰমাণ লাগে নেকি ?"

অলপ সময় কাৰো মুখত মাতবোল নাছিল। মই সেই ছলতে বিমলাৰ হাতখনত ধৰি অলপ আগবাঢ়ি গলোঁ।

কোনোবা এটাই পাছফালৰপৰা মাত লগালে—"টানত পৰিলে আটায়েঁ ৰাম বোলে। একো সজাত নাই বিমলাৰ।"

মই দেখিলোঁ লৰাবোৰ এইকথাত উত্তেজিত হৈছে। মোৰ ধৈর্য্যৰ বান্ধ ছিগি গ'ল। মই কলোঁ—"মোৰ ওপৰত বিশ্বাস আছে নে নাই তোমালোকৰ ? (মোৰ ওপৰত) বন্ধুৰাম মজুমদাৰৰ ওপৰত ?"

এটাই মাত লগালে—"আছে।"

"যদি আছে তেন্তে মই কৈছোঁ বিমলা সম্পূর্ণৰূপে নির্দ্দোষী"

"কেনেকৈ জানিলে ?"

"কাৰণ তাই মোৰ ছোৱালী তাই ৰজতৰ বায়েক।"

'ৰজতৰ বায়েক' কথাযাৰ শুনাৰ লগে লগে জুমটোৰ মাজত কোনোবা কেইটামানে ইটোৱে সিটোক বী-বিয়াই কিবা কলে। খন্তেকলৈ সকলো শাঁত পৰিলে।

সেই ছলতে মই অলপ দূৰ আগবাঢ়িলোঁ। বিমলাক হাতত ধৰি ধৰি লৈ আনি এখন ৰিক্সাৰ ওচৰ পালোঁহি। তাতে দুয়োটা উঠি পৰিলোঁ। কিন্তু তেনেতে ধুমুহা অহাদি আমাক লৰামখাই বেঢ়ি ধৰিলে।

এটাই কলে—"আপুনি ঘৰত ফেটীগোম পুহিছিল, আপোনাৰ সজাত নাই।"

মোৰ খঙে মুৰৰ চুলি পালেগৈ।

মই কলোঁ—"তোমালোকে মুখ চম্ভালি কথা কবা।"

"কি ?"

( লৰা এটাই গৰ্জ্জি কলে )—"আমাকেই আকৌ অপমান কৰে।"

মোৰ মেজাজ বেয়া হৈ গ'ল, চিঞৰি চিঞৰি কলোঁ—"মোৰ ঘৰত মোৰ সাতাম পুৰুষৰ তেজ আছে। মোৰ দুটা লৰা দেশক দিছোঁ। তহঁতে ইয়াত মহলাহে মাৰিছ—আলিবাটত। বাহিৰা শত্ৰুৰ লগত কেনেকৈ যুঁজিব লাগে মই জানো। মোৰ লৰাই জানে।"

উত্তেজিত হোৱাত আমাৰ অলপ হক নষ্ট হ'ল। এইবাৰ আটাই-বোৰে আহি আমাক মাৰোঁ মাৰোঁকৈ বেঢ়ি ধৰিলে। মোৰ হাতৰ লাখুটিডাল লৈ এইবাৰ থিয় দিলোঁ, আৰু কলোঁ—"খবৰদাৰ, আগতে এই বুঢ়াৰ প্ৰাণ যাব, তাৰ পিছতহে জীয়াৰীৰ গাত হাত তুলিব পাৰিবি।"

মই বোধহয় সম্পূৰ্ণৰূপে সংযম হেৰুৱাই পেলাইছিলোঁ, ভোকে-পিয়াহে, অপমানে জৰ্জ্জৰিত হৈ পৰিছিলোঁ। কিন্তু চাৰিওকাষে যেতিয়া মোক আৰু মোৰ পৰিয়ালক লৈ নানাবিধ ঠাট্টা-মস্কৰা শুনিবলৈ পালোঁ তেতিয়া আৰু সহ্য নহল। চহৰৰ কেইটামান উতনুৱা ডেকাৰ হাতত মোৰ পৰিয়ালৰ মান-সম্মান সম্পূৰ্ণৰূপে বিসৰ্জ্জন দিয়াতকৈ মই নিজকে বিসৰ্জ্জন দিয়াটো পৰম কৰ্ত্তব্য বুলি বিবেচনা কৰিলোঁ।

কোনোবা এটাই আহি মোৰ লাখুটিডালত থাপ মাৰি ধৰিলে। মই জোৰেৰে তাক ঠেলা মাৰি পঠালোঁ। এইবাৰ মোক আক্ৰমণ কৰাৰ চেলু লৈ এটাই বিমলাৰ হাতখনত ধৰিলে। মই লাখুটিডাল লৈ পূৰ্ণহতীয়াকৈ মাৰ শোধালোঁ মানুহটোৰ হাতত। উস্ বুলি সি আঁতৰি গ'ল।

অকস্মাতে দেখিলোঁ বিমলা থিয় হৈছে। কি কবে তাই।

তাই থিয় হোৱা দেখি জুমটো শান্ত হ'ল। এইবাৰ মন কৰিলোঁ জুমটো ডাঙৰ হৈ গৈছে ক্ৰমাৎ। বৰ ডাঙৰ জুম হ'ল। চহৰৰ হিন্দুস্থানী আৰু বঙালী মানুহবোৰো আহি জমা হলহি।

বিমলাই কলে—"ৰাইজ! যদি কিবা কৰিব খোজে তেন্তে মোক কৰক। কিন্তু মোৰ বৃদ্ধ দেউতাৰ গাত হাত নুতুলিব।"

অলপ ৰ'ল, কিন্তু জুমৰ মাজৰপৰা নানান কদৰ্য্য ইঙ্গিত দি টিটকাৰী মাৰিবলৈ ধৰিলে কোনোবাই।

মই অসহ্য হৈ চিঞৰিলোঁ—"পুলিচ! পুলিচ!"

মোৰ চিঞৰে কাম দিলে। থানাৰপৰা দহ-বাৰটামান হিন্দুস্থানী চিপাহী লৈ স্বয়ং অ'-চি আহি হাজিৰ হলহি ৰিক্সাৰ কেউকাষে। আমাক ঘেৰি লৈ আক্ৰমণৰপৰা বচালে।

কিন্তু জুমটোৰ আকাৰ ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে। আৰু ৰিক্সাচালকে ৰিক্সা চলাবলৈ ভয় খালে। অগত্যা আমি তাতে গালি-গঞ্জনা খাই কিছুপৰ থাকিব লগা হ'ল।

বিমলাৰ নামত অভাৱনীয় ককৰ্থনা প্ৰচাৰ হৈছিল। তাই মোৰ গাত ধৰি কাণ ঢুখন ঠিলা মাৰি লৈছিল।

হঠাতে অ'-চিয়ে কলে—আপোনালোকক কৰ্ডন কৰি লৈ যাওঁ বলক। ৰিক্সাৰপৰা নামক।

আমি ৰিক্সাৰপৰা নামি আহিলোঁ। জুমৰ মাজত নিজকে হেৰুৱাই পেলালোঁ। মানুহবোৰে আমাক নেদেখি এইবাৰ হেঁচা-ঠেলা কৰি আগবাঢ়ি আহিল। পুলিচে কৰ্ডন ৰাখিব নোৱাৰা হ'ল।

অকস্মাতে ধুমুহাৰ দৰে এটা আন্দোলন হবলৈ ধৰিলে আৰু চিঞৰ-বাখৰ কৰি জুমটোৱে আমাক আক্ৰমণ কৰিবলৈ দৌৰি আহিল।

অ'-চিয়ে ক'লে—"সৰ্ব্বনাশ, লাঠীচাৰ্জ্জ কৰিব লাগিব এতিয়া।"

মই কলোঁ—"ভগৱানে নকৰক।"

জুমৰ গণ্ডগোল বাঢ়িবলৈ ধৰিলে। লাঠীচাৰ্জ্জ কৰিবলৈ পুলিচ উদ্যত হ'ল। জুমটোক সাৱধানো কৰি দিলে। কিন্তু কাৰো কাণ-সাৰ নহল। বিমলাই উত্তেজিত হৈ কলে—"যদি মোৰ কলিজা পালেহে আপোনালোকৰ বুকু জুৰ পৰে, মোক মাৰি পেলাওক। তথাপি এই অসভ্যালি বন্ধ কৰক। মই আপোনালোকৰে জীয়ৰী, মোৰ সহ্য নহয়।"

দুষ্ট লৰাবোৰে কিবাঁলি পাৰি খেদি আহিল। অ'-চিয়ে আকৌ লাঠীৰে ঠেলি দিলে। অকস্মাতে দুই এটা শিলগুটি বৰষিবলৈ ধৰিলে জুমৰপৰা। এটা আহি মোৰ বাহুতে লাগিল। এটা আহি কিন্তু কপালতে পৰিল বিমলাৰ। বিমলাক মই সাবট মাৰি ধৰি কলোঁ—"আই, আই দুখ পালি নেকি ?"

"মোৰ কপালখন ফুটিল দেউতা।"

"নেকান্দিবি, ভগৱানে আমাক ৰক্ষা কৰিব।"

"আপোনাৰ ভগৱান কণা দেউতা।"

"নহয় অ' নহয়।"

হঠাতে এক অভিনৱ কাণ্ড হৈ গ'ল। এখন ট্ৰাক আনি কোনোবাই জুমটোত সুমাই দিলে। ট্ৰাকত এটা মাইক লগোৱা আছিল, তাৰপৰা কোনোবাই কলে—"মই ভূঞা—চেয়াৰমেন ....।"

"মই চেয়াৰমেন।"

লৰাবোৰে চিঞৰিলে—"হৈছে হৈছে। থওক। ইমান পৰে ক'ত আছিল ?"

"ইমান পৰে ক'ত আছিলোঁ শুনক। এইবাৰ কোন আহিছে চাওক......।"

মাইকটো এজন ডেকাই ললে, তাৰ পিছত কলে—"ৰাইজ মই প্ৰশান্ত।"

প্ৰশান্ত বোলাৰ লগে লগে মানুহবোৰ যেন মন্ত্ৰ-মুগ্ধ হৈ গ'ল। এইবাৰ সকলোবোৰ ট্ৰাকৰ ওচৰলৈ গ'ল।

মই মাতটো শুনি বিমলাক কলোঁ—"শুনচোন, কোন আহিছে ?"

"প্ৰশান্ত নেকি ?"

"উঁ।"

প্ৰশান্তই বক্তৃতা আৰম্ভ কৰিছে ঃ—

"এইমাত্ৰ আহি পালোঁ। দুৰ্গম গিৰিসঙ্কটৰ মাজেদি আহোঁতে আহোঁতে ভৰি উথহি আহিছে। চীনাহঁতে মই থকা ঠাই চূৰ্ণ-বিচূৰ্ণ কৰিলে। সিহঁতৰ বহুত সেনা মাৰি আমাৰ বীৰ জোৱানসকল পিছ হুঁহকি আহিবলৈ বাধ্য হৈছে সিহঁত আহি আছে। আমাৰ সৈন্যই যুঁজি আছে। এতিয়া আপোনালোকে কি কৰিব ?"

কোনেও একো নেমাতিলে।

প্ৰশান্তই আকৌ সুধিলে—"কি কৰিব ?"

কোনোবা এটাই চিঞৰিলে—"যুঁজ দিম।"

প্ৰশান্তই উত্তৰ দিলে—"যদি যুঁজ দিয়ে, তেন্তে এইদৰে এজনী ছোৱালীৰ পিছত লাগি শক্তি ক্ষয় কৰিলে নহয়। মই শুনিছোঁ আপোনালোক কিয় উত্তেজিত হৈছে। কিন্তু আপোনালোকে মিছা ভয় কৰিছে। বিমলা বাইদেউ চোৰাংচোৱাৰ ঘৈণীয়েক, কিন্তু চোৰাং-চোৱা নহয়। যদি চোৰাংচোৱা বুলি প্ৰমাণ পাওঁ, তেন্তে আপোনা-লোকতকৈ আগেয়ে মই তাইক নিজ হাতে শাস্তি দিম, কঠোৰ শাস্তি দিম। ৰজত দাদাৰ বায়েক, প্ৰশান্তৰ বায়েক যদি দেশদ্ৰোহী হয় তেন্তে আমি কোনো জীয়াই নাথাকোঁ। বিমলা বাইদেউৰ ভাৰ মই ললোঁ। এতিয়া ঘৰে ঘৰে যাওক। সুস্থভাৱে কেনেকৈ নাগৰিক প্ৰতিৰোধ কৰিব পাৰি তাৰ চেষ্টা কৰক। যাওক, ঘৰাঘৰি যাওক।"

মানুহবোৰে ফুচফুচাই কিবা কথা পাতিলে। তাৰ পিছত লাহে লাহে ভাগিবলৈ ধৰিলে। অলপ জুম ভাগিলতে পুলিচে আমাক লৈ গৈ এখন ভানত তুলি দিলে। ভানত উঠোঁতে শুনিলোঁ চেয়াৰমেন ভূঞাই বক্তৃতা আৰম্ভ কৰিছে।

ঘৰ সোমোৱাৰ লগে লগে দেখিলোঁ তিনিটা হাবিৰ ভূতৰ দৰে তিনিজনী মাইকী মানুহ পদূলিমুখত থিয় দি আছে।

প্ৰমীলাই বিমলাক দেখি লৰি গৈ সাবটি ধৰিলেগৈ—"বিমলা, বাচি আহিলি নে?"

বিমলাৰ কপালৰপৰা তেজ ওলাইছিল। মই কলোঁ—"প্ৰমীলা তাইৰ কপালখন ধুই দি অলপ আয়োডিনেৰে বান্ধি দিয়া। বৰ দুখ পালে কপালত।"

কিন্তু প্ৰমীলাই একো নুশুনিলে। বিমলাক সাবটি কান্দিবলৈ ধৰিলে।

মই আহি চ'ৰা-ঘৰত বহিলোঁহি। খুব ভয়ে ভয়ে আহি অমলা মোৰ কাষত থিয় হলহি, আৰু বিনা-বাক্যব্যয়ে মোৰ ভৰিৰ জোতা-মোজা খুলি দিলে। তাৰ পিছত ভৰিবোৰ পিটিকি দিলে।

অলপ পৰৰ পিছত বেলি ওলালহি একাপ গৰম চাহ লৈ। ইতিমধ্যে বিমলাক নি প্ৰমীলাই ভিতৰত শুৱাইছেগৈ।

অমলা থিয় হ'ল। তাইৰ গাৰ অলঙ্কাৰবোৰে এবাৰ মৃদু সুন্দৰ শব্দ কৰি উঠিল।

মই চাহ কাপ মুখত লৈ কলোঁ—"প্ৰশান্ত আহিছিল বেলি?"

"অঁ।"

"সি নোহোৱা হলে আজি মৰণ।"

"কি হ'ল কওকচোন।"

"এতিয়া নহয় বেলি, কিন্তু প্ৰশান্ত সলনি হৈ আহিছে। সি মানুহ হ'ল।"

'মানুহ হ'ল' শব্দটো অমলাৰ কাণত পৰাৰ লগে লগে ডিঙিৰ জোকাৰণিত তাইৰ অলঙ্কাৰবিলাক আৰু এবাৰ বাজি উঠিল।

বেলিয়ে কলে—"সি আহি চাহো নেখালে, আপোনালোকৰ বিপদৰ কথা শুনি চিধাই গুচি গ'ল।"

"গৈ সি আমাক বচালে। ভগৱানে তাক ঠিক সময়ত পঠালে বেলি।"

## ॥ পাঁচ ॥

চহৰত আমাৰ পৰিয়ালটোৰ প্ৰতি মানুহৰ ঘৃণা আৰু প্ৰশংসা দুয়োটাই সমানে হৈছিল। চীনা আক্ৰমণৰ ভয়ে মানুহক জুৰুলা কৰা দিন কেইটাত এই দুয়োটা বিপৰীত ভাব শীৰ্ষ পৰ্য্যায়ত উঠিছিলগৈ। কিন্তু হঠাতে চীনে নিজে নিজে যুদ্ধ বন্ধ কৰি উলটি যাবলৈ ঠিৰাং কৰাত মানুহৰ মনত যুদ্ধ-চিন্তা পাতলিল আৰু লগে লগে আমাৰ পৰিয়ালকো স্বাভাৱিক দৃষ্টিৰে চাবলৈ আৰম্ভ কৰিলে।

কিন্তু বিমলা স্বাভাৱিক অৱস্থালৈ ঘূৰি নাহিল। তাই নিজক নিজে ঘৃণা কৰিবলৈ ধৰিলে। তাইক যে নিজৰ চহৰৰ মানুহে এনেকৈ কলঙ্কিত আৰু অপমানিত কৰিব সেই কথা তাই কোনো ৰকমে ভাবিব পৰা নাছিল। কিন্তু কাৰ্য্যক্ষেত্ৰত যেতিয়া তাকেই ঘটা দেখিলে তেতিয়া তাইৰ ভাব হ'ল—তাই সকলোৰে ঘৃণাৰ পাত্ৰ।

মই তাইক বুজালোঁ—"জুমৰ মানুহে কেতিয়াবা বৰ অভাৱনীয় কাণ্ড কৰি পেলায়, উত্তেজনাত মানুহৰ গা-গুটীয়া বিবেক লোপ পায়।"

বিমলাই উত্তৰ দিলে—"কিন্তু এটা মানুহেও যে নকলে মই নিৰ্দ্দোষী। মোৰ যুক্তি নেমানিলে।"

এজন মানুহেও যে তাইক নিৰ্দ্দোষী বুলি নকলে, সেয়ে তাইৰ অভিযোগ।

মই তাইক বুজাবলৈ চেষ্টা নকৰিলোঁ, কাৰণ মই নিজেও কম অপমানিত বোধ কৰা নাছিলোঁ। আমাৰ পৰিয়ালটোৰ, উচ্চ জাতি আৰু ধনীসকলৰ সমাজত এনেয়ে কোনো মান নাই। কাৰণ মূললৈ যদি যায় তেন্তে দেখিব যে ৰজত, বিমলা, প্ৰশান্ত আটাইকেইটা, কছাৰী বাপেক আৰু বামুণী মাকৰ সন্তান, সেই কাৰণে দেখুৱাই নহলেও ভিতৰি

ভিতৰি এই চহৰৰ আঢ্যৱন্তসকলৰ ধাৰণা আছিল যে আমাৰ পৰিয়ালটো হিন্দু সমাজত এটা বিহ-ফোঁহোবাৰ দৰে ডাঙৰ হৈছে আৰু এটা বিষম আঘাত পালে আপোনা-আপুনি ভাগি পৰিব। চীনৰ আক্ৰমণৰ লগে লগে হোৱা বিপৰ্য্যয়ত আমাৰ পৰিয়ালৰ ক্ষতি আৰু লাঞ্ছনাৰ পৰিমাণ দেখি চহৰৰ এদল চকুচৰহা লোক মনে মনে আনন্দিত হৈছিল, সেই কথা চকুৰ আগতে দেখিবলৈ পাইছিলোঁ। যদি মোৰ হাতত শক্তি থাকিলেহেঁতেন তেন্তে এই সুযোগতে হিন্দু-সমাজৰ এই জাত-পাতৰ বাধাবোৰ ভাঙি চূৰমাৰ কৰি দি সমাজখনক কিছুমান লাজ লগা ক্ষতিকৰ ভাবৰপৰা মুক্ত কৰিলোহেঁতেন। কিন্তু যি দেখিছোঁ, জাত-পাতৰ ভেদ যাবলৈ এতিয়াও বহুত দিন লাগিব।

আমি ৰজতৰ কথা মনত সুঁৱৰিলেও বাহিৰত ৰবকৈ কোৱা-মেলা কৰা নাছিলোঁ। বিমলাৰ অপমানৰ কথাত সেই কাৰণে আমাৰ দৈনন্দিন কথোপকথনৰপৰা বাদ দিলোঁ। বৰং পৰিয়ালৰ আটাইবোৰেই নাগৰিক প্ৰতিৰক্ষাৰ কামত আত্মনিয়োগ কৰিলোঁ। কবলৈ পাহৰিছোঁৱেই, বেলি আৰু অমলাকো আনি আমাৰ ঘৰত ৰাখিছিলোঁ, কাৰণ কেইদিন-মানৰ কাৰণে গোটেই ৰাজ্যখনৰ অৱস্থা অনিশ্চিত হৈ আছিল আৰু আমি সকলোৱে একেলগে থাকি, বিপদৰ সম্মুখীন হোৱাৰ কথা বিবেচনা কৰিছিলোঁ।

সেই দিনা পুৱা প্ৰশান্ত, আথেইৰ ঘৰত পতা সামৰিক হাস্পতাললৈ চিকিৎসাৰ্থে গ'ল। প্ৰশান্তৰ লগতে প্ৰমীলাও গৈছিল। তেওঁ ৰোগী শুশ্ৰূষাৰ কাৰণে ইতিমধ্যে উঠি-পৰি লাগিছিল। বিমলাই সঘনে ডিব্ৰুগড়লৈ অহা-যোৱা কৰিছিল আৰু নিজৰ ডাইভোৰ্চৰ বাবে ব্যস্ত হৈ পৰিছিল।

সেই দিনা ঘৰত বেলিয়ে ৰান্ধিছিল, আৰু ময়ো পুৱাৰ পেৰেডৰপৰা আহি বাথ-ৰুমত সোমাই গা ধুইছিলোঁ।

এনেতে শুনিলোঁ অমলাই গান গাইছে। মাতটো মিঠা, কিন্তু

গীতটো উৎকট ৰোমাণ্টিক গান। আধুনিক গীতবোৰত প্ৰেমিক-প্ৰেমিকাৰ মিলন-বিৰহৰ কথা নিৰ্লজ্জভাৱে বৰ্ণনা কৰা দেখিলে মাজে মাজে খং উঠে, কাৰণ এইবোৰ গীতৰ ভাবত যৌন-জীৱনৰ গভীৰ সত্য একো নেথাকে।

অমলাই গান কিয় গাইছিল, তাক মই অনুমান কৰিব পাৰিলোঁ। প্ৰশান্ত অহাৰেপৰা, তাইৰ যেন মনৰ ফুলনিখন ৰমকজমককৈ ফুলিবলৈ আৰম্ভ কৰিছে।

অমলা ছোৱালীজনীৰ গাত বেলিৰ সকুকালৰ চেহেৰা আছে। চকু কেইটাই অনবৰত হাঁহি থাকে, আৰু তাই এবাৰ চায়েই মানুহক আপোন কৰি লব পাৰে। ছোৱালীজনী সঁচাকৈয়ে খুব তৎপৰ। এই বয়সতু ভাল পোৱাৰ প্ৰতি তাই ইমান তৎপৰ হৈ পৰিছে যে মানুহে তাইক মৰম যাচি দিলে, তাই তাক গ্ৰহণ নকৰাকৈ নেথাকে। বেলিৰ দৰেই তাই কোনো দিনে মৰম ওলোটাই দিবলৈ শিকা নাই, তাই গ্ৰহণ কৰিব জানে। কিন্তু তাৰ অৰ্থ এইটো নহয় যে তাই বেয়া।

গা ধুই থাকোঁতেই মই শুনিলোঁ অমলাই গানৰ মাত্ৰা ক্ৰমাগতে বঢ়াই আনিছে। গানটোত এটা কৃত্ৰিম বিষাদৰ সুৰ আছে। কিন্তু সেই কৃত্ৰিম বিষাদৰ লগত, তাইৰ সমবেদনা ফুটি উঠা নাই—তাইৰ মৃতক প্ৰেমিকৰ বাবে। ৰজতৰ কথা মনত পৰাৰ লগে লগে মোৰ বুকুখন শোকে খুন্দা মাৰি ধৰিলে। বাপেকৰ দৰে তাক কোনেও মনত ৰখা নাই। অমলাই যেন ইতিমধ্যে তাক পাহৰি পেলালে।

বাথ-ৰুমত বৈ বৈ আকৌ অমলাৰ গীত শুনিবৰ মন গ'ল। মাজতে এটা বৈছাগুৰ বড়ো গীতো গালে তাই, শৈশৱতে শুনা গীত। মনটো ভাল লাগি গ'ল। তাৰ পিছত এটা বিয়ানাম গুণগুণালে, বিয়ানামৰ পিছত এটা সুন্দৰ বিহুনাম। তাই মনৰপৰা সুঁৱৰি গীত গাই যাবলৈ ধৰিলে আৰু গোটেইখন ঘৰ খন্তেকলৈ কোমল কৰি পেলালে।

অলপ পৰৰ পাছত বাথ-ৰুমৰপৰা ওলাই গৈ শোৱনি-কোঠাত মুৰ

আঁচোৰোতে দেখিলোঁ তাই এটা চুৱেটাৰ গুঁঠিছে।

মই ৰং কৰিবৰ মনেৰে কলোঁ—"কালৈ গুঁঠিছ চুৱেটাৰ, অমলা?" সুধিলত কলে, মায়ে মানে প্ৰমীলাই হেনো গুঁঠিবলৈ দিছে হস্পিতালত থকা কোনোবা এটা সৈন্যলৈ।

অমলাই কলে—"হাস্পতালত বোলে এটা বেমাৰী বুঢ়া সৈন্য আছে, তাৰ বাবে।" মোৰ মনটো হঠাতে কোমল হৈ গ'ল।

"কোন বুঢ়া?"

"মাই কৈছিল, মই দেখা নাই, জোখ আদিও সকলো মাই দিছে।"

"কোন মাই—বেলিয়ে?"

"ওহোঁ। আপোনালোকৰ ইয়াৰ মা।"

অমলাই ইতিমধ্যে সম্বন্ধ ধৰি পেলাইছে। মোক দেউতা বোলে, মহাদেউ নোবোলে। প্ৰমীলাক বোলে মা। মাহীদেউ নহয়। ছোৱালীবোৰেতো এনেয়ে সম্বন্ধ নধৰে।

মই গৈ বাহিৰত বহিলোঁগৈ। বহুত দিনৰ মূৰত দেখিলোঁ, বেলি-ফুল এপাহ আপোনমনে ফুলি আছে। ফুলপাহ ছিঙি আনিলোঁগৈ, আৰু একান্ত মনে শুঙিলোঁ। অন্তৰ সুবাসেৰে ভৰি গ'ল।

তেনেতে বেলিয়ে চাৰিটা বেচনৰ বড়ৰ সৈতে একাপ চাহ লৈ সোমাই আহিল। মই বেলিলৈ চালোঁ, দেখিলোঁ জুহালৰ তাপ লাগি মানুহ-জনীৰ গাল দুখন ৰঙা হৈ আহিছে, কিন্তু খোপাটো খুব ভালকৈ বন্ধা আছে। প্ৰসাধনত বেলি সদায় সাৱধান। চাহ কাপ মোৰ সন্মুখৰ মেজখনত থোৱাৰ লগে লগে মই কলোঁ—"চাওঁ বেলি, এইপিনে আহা-চোন।"

বেলিয়ে মুশুনা ভাও জুৰি উভতি যাব খুজিছিল, কিন্তু মই উঠি গৈ মূৰটোত ধৰি ফুলপাহ খোপাত পিন্ধাই দিলোঁ।

বেলিয়ে কৃত্ৰিম ক্ৰোধ প্ৰকাশ কৰি কলে—"দাড়ি-চুলি পকিল, এতিয়াও আপোনাৰ কাণ্ড-জ্ঞান নহল।"

মই হাঁহিবলৈ ধৰিলোঁ। থানাৰ আগৰ মানুহবিলাকৰ তিৰস্কাৰৰ ভুলনাত, এই তিৰস্কাৰ কিমান মিঠা তাক একমাত্ৰ ভুক্তভোগীয়েহে জানে। মই কলোঁ—"যিমানে যাবৰ দিন ওচৰ চাপি আহিছে, সিমানে আগৰ দিনবোৰ ঘূৰাই পাবৰ ইচ্ছা হৈছে বেলি।"

"মোক এতিয়াও আপুনি ভাল পায় ?"

"পাওঁ।"

"আপোনাৰ ভয়ঙ্কৰ অন্যায় হৈছে।"

"বাই হোৱা বেলি।"

"হৈছে। এই কেইদিন থাকিয়েই মই বুজিছোঁ। প্ৰমীলাই যেন সন্দেহ কৰে।"

মই একো নেমাতিলোঁ। কথাষাৰ সঁচা।

বেলিয়ে আকৌ কলে—"ঘৰ-দুৱাৰ এৰি থৈ আহিছোঁ। ভঁৰালৰ ধান কেইটাও আছে ৰখীয়া নোহোৱাকৈ। মই যাওঁগৈ বুলিছোঁ।"

বেলিৰ এইবোৰ ফাকি। ঘৰ-দুৱাৰ চাবৰ বাবে মানুহ এটা আছে। মানুহটো খুব বিশ্বাসী। মই কলোঁ—"যাবা, ৰবাচোন। দেশৰ অৱস্থা ভাল হওক।"

"দেশৰ অৱস্থা আৰু কাহানি ভাল হব ?"

"হব হব। যুদ্ধ সদায় নেথাকে বেলি, মানুহে আচলতে যুদ্ধ নিবিচাৰে।"

"তেনেহলে মানুহে যুদ্ধ কৰে কেলেই ?"

"শক্তি থাকিলে মানুহে কেতিয়াবা পৰ-ৰাজ্য গ্ৰাস কৰিবলৈ বিচাৰে, তেতিয়াই যুদ্ধ হয়।"

"মানুহবোৰ মূৰ্খ।"

"মূৰ্খ, হয়তো হয় বেলি—কিন্তু সিহঁত সজ লবাৰ দৰে। নহলে নাকীলগা ম'হৰ দৰে। নেতাবোৰে টানি লৈ চলায়।"

"এইখন যুদ্ধ আকৌ লাগিব নেকি ?"

"কৰ নোৱাৰোঁ।"

"এবা, যুদ্ধখন লাগি ইইঁতৰ বিয়াখন ভাগিলেই। বজত আৰু সোঁ-শৰীৰে ঘূৰি নাহে। এইক প্ৰমীলাৰ বোৱাৰী কৰিবৰ বৰ মন। মযো বুঢ়ী হৈ আহিছোঁ। কিবা এটা সিদ্ধান্ত হৈ যোৱা হলে মই নিশ্চিন্ত হব পাৰোঁ।"

মই কলোঁ—"বেলি, সকলো বুজিছোঁ। কিন্তু এটা কথা পৰিষ্কাৰ হোৱা নাই।"

"কি কথা ?"

"বজতক পাহৰি অমলাই কেনেকৈ প্ৰশান্তৰ লগত ঘৰ পাতিব ? কেতিয়াবা যদি সি ভূত হৈ ওলায়হি ?"

বেলিয়ে হাঁহিলে—"বজত আৰু নাহে।"

চাহ চেঁচা হৈ গৈছিল, বেলিয়ে চাহ খাবলৈ সোঁৱৰাই দিয়াত, চাহ খাবলৈ লাগিলোঁ। তাৰ পিছত মই কলোঁ—"এই চহৰৰে এজন দোকানীয়ে বোলে 'প্লেনচেট'ত তাক মাতিছিল, সি হেনো জীয়াই আছোঁ ব'লি কৈছে। অৱশ্যে মোৰ বিশ্বাস হোৱা নাই।"

"সেইবোৰ আশা মিছা। সি আৰু নাহে।"

মই চাহ কাপ শেষ কৰিলোঁ, বড কেইটা এটা এটাকৈ তপালি তপালি খাবলৈ ধৰিলোঁ। তাৰ পিছত সুধিলোঁ—"প্ৰমীলাই কি কৈছে ?"

"প্ৰমীলাই তাইক আৰু বোলে ঘৰলৈ ঘূৰি যাবলৈ নিদিয়ে।"

"তাৰ মানে বিয়া পাতিবই ?"

"অঁ, পাৰিলে এই মাহতে পাতে।"

"প্ৰশান্তই ?"

প্ৰশান্তৰ কথা কলত, বেলিৰ মুখখন হঠাতে বন্ধ হৈ গ'ল।

মই সুধিলোঁ—"কি হ'ল বেলি ? প্ৰশান্তৰ কথাচোন নকলা ?"

"প্ৰশান্তই এতিয়াই বিয়া কৰায়। সি অমলাৰ ৰূপ দেখি পাগল হৈ গৈছে।"

"অমলাই ?"

"অমলাৰ কথা দেখোন মই কৈছোঁৱেই। যি পাত্ৰতে থোৱা যায় তাৰে তাই গঢ় লব। তাই ৰজতক এতিয়াও ভাল পায়, ৰজতৰ কথা কলেই তাইৰ চকুপানী ওলায়। কিন্তু প্ৰশান্তকো তাই আদৰ কৰে........"

"অদ্ভুত কথা।"

"সঁচাকৈয়ে অদ্ভুত। কিন্তু মই যি দেখিছোঁ, তাই ৰজতক দেৱতাৰ দৰে পূজা কৰে আৰু প্ৰশান্তক সমনীয়াৰ দৰে ভাল পায়। কেতিয়াবা কেতিয়াবা তাই কয়, প্ৰশান্ত দাদাটো ইমান ধুনীয়া।"

মই একো নেমাতিলোঁ। বেলিয়ে সুধিলে।

"মনে মনে বলচোন ?"

"বাৰু তুমি যে কৈছিলা প্ৰশান্ত এটা পশু, কি ভাবি কৈছিলা ?"

"মাইকী মানুহৰ এটা শক্তি আছে, মানুহটো দেখিলেই ধৰিব পাৰে তাৰ স্বভাৱ। প্ৰশান্ত লোভী।"

বোধহয় সঁচা কথা। প্ৰশান্তই কোনো দিনে মানুহৰ হৃদয়ৰ ভিতৰত সোমাই চাব নোৱাৰে। সি অমলাৰ বাহিৰৰ মোহিনী ৰূপ, আৰু তেজ-গোৰা ৰংটোহে ভাল পায়। তথাপি মই বিচাৰ কৰিবলৈ টান পালোঁ। প্ৰত্যেক মানুহেই জানো অলপ লোভী নহয় ?

মোৰ নিৰৱতা অসহ্য হোৱাত বেলিয়ে সুধিলে—"চাওক, সেইবোৰ কথা ভাবি থাকিবৰ সময় নাই। উচিতো নহয়। দুয়োটাৰে এই বয়স, তাতে সমাজৰ অৱস্থা এয়া। একুৰা জুইৰ দৰে সিহঁতৰ শৰীৰ—বৈ থকা ঠিক নহয়।"

বেলিয়ে ঠিকেই কৈছে। এতিয়া বৈ থাকিবৰ সময় নহয়। তথাপি মই কলোঁ—"আৰু এদিন ধৈৰ্য্য ধৰা বেলি, মই ভাবি চাওঁ।"

বেলি গুচি গ'ল।

লগে লগে ভৰ দুপৰতে অন্ধকাৰ হ'ল। ৰজতক এইবাৰ একেবাৰে মনৰপৰাও বিদায় দিয়াৰ সময় আহিল। ইমান দিনে বাহিৰত ভগা বিয়াখন মই মনতে হোম পুৰি পাতি আছিলোঁ। নিতৌ পাতোঁ। কিন্তু গধূলি এটা দৃশ্য দেখি মোৰ মনে আৰু ধৈৰ্য্য ধৰিবলৈ ৰাজী নহল। মোৰ অনুমান হ'ল বেলিয়ে ঠিকেই কৈছে—'একুৰা জুইৰ দৰে সিহঁতৰ শৰীৰ....আৰু বৈ থকা ঠিক নহয়।'

কিন্তু অকল সেয়ে হোৱা হলেও ভাল আছিল। অমলা অকস্মাতে, অচিনাকি এজনী সম্পূৰ্ণ নতুন গাভৰু হৈ উঠা দেখিবলৈ পালোঁ।

সন্ধিয়া পাৰ্কত ফুৰিবলৈ গৈছিলোঁ। জাৰকালিৰ ফুলবোৰ ফুলি উঠিছিল। বসন্তৰ আগমনৰ আগ জাননী পাইছিলোঁ, সৰা পাতবোৰত। নতুন পাত হব—ঘন, সেউজীয়া, কুমলীয়া, সতেজ। ঘৰে ঘৰে বিহুৰ উলহ-মালহ সৃষ্টি কৰিব। পাৰ্কৰ ফুলবোৰৰ নাম মই নেজানো। আজি-কালি নগৰবোৰত বিলাতী ফুলৰ আদৰ বাঢ়িছে। দেখোঁতে শুৱনি দেখি, কিন্তু নাহৰ, তগৰ বা গোলাপ বুলিলে অসমীয়াৰ মনত যি জোকাৰণি উঠে, সেই জোকাৰণি এইবোৰ ফুলে নোতোলে। মই ফুলবোৰ এফালৰপৰা নিৰীক্ষণ কৰি হঠাতে তিনিচুকীয়া পুখুৰীটোৰ ফালে গলোঁ। বহুত দিনীয়া পুখুৰী। বাৰভূঞাৰ দিনৰে নেকি ? ভালকৈ, নেজানো। তাৰ আশে-পাশে অনেক স্মৃতি-স্তম্ভ পোত খাই গৈছে মাটিৰ তলত। নগৰৰ ধনাঢ্য কুবেৰসকলৰ কৃপাত, তাত অনেক অবাঞ্ছনীয় ঘৰ উঠিছে, কিন্তু লগতে যুগ-যুগান্তৰৰ শতেক কীৰ্ত্তি-কলাপ মাটিৰ ভালেমান তললৈ পোত খাই গৈছে। তাক আৰু কোনো কালে উদ্ধাৰ কৰিব পৰা নহব। সেই কথা কাৰো মনত খেলোৱা নাই। অদ্ভুত এই চহৰৰ ধনী মানুহ-বোৰ। সিহঁতৰ মনত এটাই মাত্ৰ আকাঙ্ক্ষা থাকে—ধন ঘটাৰ। বুৰঞ্জী শিকাৰ আগ্ৰহ নাই।

পুখুৰীৰ ওপৰত বেলিৰ যাব যাব খোজা সোণালী ৰহণ পৰি, বিচিত্ৰা নাগিনীৰ মেখেলাৰ দৰে উজ্জ্বল হৈ পৰিছিল। মই মুগ্ধ হৈ চাইছিলোঁ,

আৰু ভাবিছিলোঁ মোৰ মাৰ যাব খোজা জীৱনটোৰ লগত এই দৃশ্যৰ কি অদ্ভুত সাদৃশ্য আছে।

তেনেতে দেখিলোঁ এটা অচিনাকি চৰায়ে এটা সুছবি মাৰি পুখুৰীৰ উত্তৰ কোণত এটা শিহৰণৰ সৃষ্টি কৰি গ'ল; আৰু দেখিলোঁ পাৰৰ বেঞ্চত বহি একান্ত মনে এহাল ডেকা-গাভৰুৱে আপোন মনে বিহাৰ কৰিছে। আমাৰ দিনত এই দৃশ্য হয়তো বুঢাৰ চকুত বিসদৃশ লাগিলহেঁতেন, কিন্তু এতিয়া কুৰি শতিকাৰ ষষ্ঠ দশক। এই দশকত ডেকা-গাভৰুৰ মুকলি-বিহাৰ এটা সহনীয় দৃশ্য হৈ পৰিছে। বুঢাবিলাকেতো সদায় পুৰণি ৰীতি-নীতিকে লৈ থাকিব নোৱাৰে, নতুনৰ লগত এটা সন্ধি কৰাও আৱশ্যক হৈ পৰে।

মই এজোপা ওখ ফুলগছৰ আৰ লৈ, ডেকা-গাভৰুহালক উঠি নোযোৱালৈকে চালোঁ। সিহঁত যেতিয়া উঠিল, তেতিয়া ময়ো উঠিলোঁ।

অলপ দূৰ যোৱাৰ পিছত দেখিলোঁ ডেকা-গাভৰুহালে গেট খুলিছে। মই অলপ বেগাই খোজ ললোঁ।

আলিবাটত থিয় হওঁতে দেখিলোঁ ডেকাজন আন কোনো নহয়; আমাৰ বংশধৰ প্ৰশান্ত আৰু ছোৱালীজনী আমাৰেই বাগ্‌দত্তা অমলা।

সংসাৰৰ সকলোলৈকে উদাৰ ভাব মেলি দিব পাৰিলেও, নিজৰ ঘৰত যেতিয়া সেই উদাৰতাই দেখা দিয়েহি, প্ৰথমতে তাক উচ্ছৃংখলা যেন বোধ হয়। বেলিয়ে কোৱা কথা মনত পৰিল, 'প্ৰশান্ত পশু····।' ছিঃ ছিঃ, বিয়া-বাৰু হোৱাৰ আগতেই প্ৰশান্তই এইদৰে অমলাক লৈ মুকলিভাৱে ফুৰা ভয়ানক অন্যায় হৈছে। কিন্তু কোনে কাক বাধা দিব? আমাৰ ব্ৰাত্য ঘৰখনৰ ওপৰত সমাজৰো নিয়ন্ত্ৰণ নাই, আৰু ঘৰখনেও সমাজক বুঢ়া আঙুলি দেখুৱায়।

মই লৰালৰিকৈ ঘূৰি আহি প্ৰমীলাক মাতি আনি কলোঁ—"হেৰা প্ৰমীলা, ইহঁতৰ কাণ্ড শুনিছা নে নাই?"

প্ৰমীলাই হাঁহিবলৈ ধৰিলে—"কি হ'ল কওকচোন ?"

মই পাৰ্কত দেখা ঘটনাটো হুবহু বৰ্ণনা কৰিলোঁ। প্ৰমীলাই শুনি কলে—"উঃ বৰ কথাটো হ'ল। মই বোলো আকৌ কিবা ডাঙৰ ঘটনাহে ঘটিল। আপোনাবো আৰু ভয়বোৰ !"

মোৰ খং উঠিল, কলোঁ—"তুমি নেজানা এইবোৰ মুকলি-মিলনৰ পৰিণাম কি।"

"জানো, জানো। সকলোকে জনা আছে।"

'সকলোকে জনা আছে' বোলা কথাষাৰ আমাৰ দাম্পত্য জীৱনৰ বুৰঞ্জীত ইমান ভয়ানক যে তাক ভালকৈ নকলে আপোনালোকে নুবুজিব।

বেলি আৰু মোৰ সম্পৰ্ক মাজে মাজে ইমান ৰহস্যময় হৈ উঠিছিল যে প্ৰমীলাৰ লগত বিয়া হোৱাৰ পাছতো মই বহুত দিনলৈকে তেওঁৰ আগত মুখ লুকুৱাই ফুৰিছিলোঁ। কিন্তু প্ৰমীলা একাচেকা তিৰোতা হলেও, অসীম করুণাময়ী। তেওঁ মুখেৰে যিমানেই গাজনি নেমাৰক, অন্তৰত সহনমতী জোনাক। বৰ শীতল, সুন্দৰ, মনোমতী, অন্তৰৰ অধিকাৰিণী প্ৰমীলা।

তথাপি মই কলোঁ—"আমাৰ দোষবোৰ লৰা-ছোৱালীৰ গাত নোহোৱা কৰিব পাৰিলে ভাল হয়।"

"হেৰি, এইবোৰ হৰলা ছিটা দি নোহোৱা কৰিব পৰা ৰোগ বুলি ভাবিছে ? ডাঙৰ ডাঙৰ ঋষি-মুনিয়ে যিবোৰ কাম নোৱাৰিলে, সেই-বোৰ কাম আমি জানো পাৰিম ?"

প্ৰমীলাই পটাগুটি এটা লৈ জালুক বাটিছিল। জালুকৰ জলা গোন্ধ আহি নাকত লগাৰ লগে লগে মনটো ভাল লাগি গ'ল। মই মুঢ়া এটা পাৰি তেওঁৰ ওচৰতে বহিলোঁ, সুধিলোঁ—"হেৰা, একেজনী ছোৱালী ককায়েকলৈ বাছি ভায়েকলৈ বিয়া কৰোৱাটো জানো ঠিক হব ?"

"থওক থওক আপোনাৰ চিন্তাবোৰ! হোমৰ গুৰিত নবহালৈকে কোনো কাৰো পত্নী নহয়, কাজেই একো দোষ নহয়। আৰু ইহঁত বহুত দূৰ আগবাঢ়িছে........।"

"কি!"

"ইটোৱে সিটোক নেদেখিলে এখন্তেকো থাকিব নোৱাৰে, জানে নে?"

"জানো।"

মই এটা মিক্সাৰ পকাই লৈ জ্বলালোঁ।

"প্ৰশান্তৰ চিঠিবোৰ মই আপোনাক দেখুউৱা নাই। সি সৰা ভাল নহয়। অমলাক বিয়া কৰাবলৈ নাপালে সি বোলে ঘৰ এৰিব।"

"হুঁ।"

প্ৰমীলাই বটা-জালুকখিনি বাটি এটাত থৈ কলে—"কিন্তু যাৰ কন্যা তাৰ বিবাহ। বজতে বিয়া কৰাব নোৱাৰে, তাইৰ ভাগ্যত নাই। এতিয়া ইয়াৰে সৈতে বিয়াখন হৈ যাওক।"

মই একো নেমাতিলোঁ। খন্তেক পৰ মনে মনে বলোঁ। প্ৰমীলাই জালুক-বটা, জীৰা, হালধি মিহলাই উতলা দাইলত বাকি দিলে। দাইলৰ উতল চাই মোৰ মনটো সাধুকথাৰ ভালুকটোৰ দৰে হ'ল। খিচিৰিৰ গোন্ধত যি দৰে তাৰ মুখৰ পানী পৰিছিল, উতলা ৰহৰ-দাইলৰ গোন্ধত মোৰ তেনেকৈ জিভাৰ পানী পৰিল।

প্ৰমীলাই কলে—"আজি আপুনি ভাল পোৱা বস্তু আটাইকেইটা। আজি কেইবা দিনো আপোনাৰ আল-পৈচান ধৰিব পৰা নাই। সৈন্য এটাৰ অৱস্থা বৰ বেয়া লগা আছিল। আজিহে ভাল দেখিলোঁ।"

হঠাতে মোৰ অমলাই গোঁঠা চুৰেটাৰটোৰ কথা মনত পৰিল। সুধিলোঁ—"অমলাই যাৰ বাবে চুৰেটাৰ এটা গুঁঠি আছিল সেই বেমাৰী বুঢ়া সৈন্যটো নেকি?"

প্ৰমীলাই হাঁহি কলে—"আপুনি দেখোন বহুত খবৰ জানে!

হয়। চুৰেটাৰটো তাইনো গুঁঠিছে ক'ত? বিয়াৰ বায়ু লাগিলে ছোৱালীয়ে আনো কাম কৰিব পাৰে? কাঠী এটা লৈ এমোৰ দিওঁতেই গধূলি হয়।"

ময়ো হাঁহিলোঁ।

চাকৰটোৱে বাহিৰত গৰু বান্ধিছিল। কেইটামান পাতিহাঁহে 'টেঁটুটেঁটুকৈ মাতিছিল গঁৰালৰপৰা। ওচৰৰ ছাগলীৰ গঁৰালটোত এজনী ছাগলীয়ে বেবাইছিল। দূৰৈত কচুবনিৰপৰা শিয়ালে হোৱা দিছিল।

প্ৰমীলাই কলে—"বিয়াৰ ভোজত সেই পাঠা ছাগলীটো মাৰোঁ বুলি ভাবিছোঁ। কি বোলে?"

"আগেয়ে বিয়াখন হওকচোন, ৰবা।"

"মই পুৰোহিত দেউৰ হতুৱাই দিন-বাৰো চোৱাইছোঁ। বহাগৰ পাঁচ তাৰিখে দিন ভাল বুলি কৈছে।"

"আৰুনো কি বাকী থাকিল তেনে?"

প্ৰমীলাই কলে—"প্ৰশান্তই কৈছে সি হেনো তাতকৈ পলম কৰিব নোৱাৰে। পইচা-কড়িও বোলে তাৰ আছে।"

"ৰহৰ দাইলৰ গোন্ধ নাকত লাগিলহি আকৌ। মই কলোঁ— "আৰুনো কি বাকী আছে? মোক বিয়ালৈ মাতিবা, মই খাম। তোমাৰ আদৰৰ লৰাৰ বিয়া........।"

পাছৰ কথাষাৰ বৰ ভাল নুশুনিলে। তেওঁ কলে—"আপোনাৰ সদায় সেই একেডাল কথা। বজতক মই ভাল নাপাওঁ। যেন সি মোৰ পেটৰ সন্তান নহয়েই। কি যে কথাবোৰ কয় আপুনি। একেটা বাপেক একেটা পেট।"

বৰ অশ্লীল কথা কব পাৰে প্ৰমীলাই কেতিয়াবা। মই নুশুনা ভাও জুৰিলোঁ। মিক্সাৰটো নুমাই দলিয়াই দি কলোঁ—"মোৰ শক্তি নাই বিয়া নহওক বুলি কবৰ। বেলিবো দেখিছোঁ সেয়ে

মত! সেই কাৰণে সোনকালে পাতি পেলোৱা।”

প্ৰমীলা খুব সন্তুষ্ট হ’ল, কলে—“সেইদৰে কলেই হ’ল নহয়। আপুনি নিশ্চিন্ত মনে বহি থাকক। মই যদি প্ৰমীলা হওঁ তেন্তে বিয়া পাতিম···· ।”

“কিন্তু এটা কথা প্ৰমীলা! লৰাক কবা, বেছি খৰচ-পাতি কৰিব নেলাগে—জৰুৰী অৱস্থাত বৰ বেছি খৰচ ঠিক নহয়।”

সেই বুলি কৈ উভতি আহিলোঁ ৰজতৰ কোঠালৈ। ৰজতৰ ছবিখনৰ ওচৰত থিয় হৈ কলোঁ—“তই য’তে থাক বোপাই, মোক ক্ষমা কৰিবি। তই দেশৰ বাবে প্ৰাণ দিলি। তোক বুঢ়া দেউতাৰে একো দিব নোৱাৰিলে। ক্ষমা কৰিবি বোপাই, ক্ষমা কৰিবি!”

বাহিৰত শুনিলোঁ পদ-শব্দ। প্ৰশান্ত আৰু অমলা উভতি আহিছে। প্ৰশান্তৰ মুখত সুহুৰি, অমলাৰ মুখত হাঁহি।

অসহ্য! অসহ্য!!

‘ৰজত বোপাই, এদিন ভাবিছিলোঁ এই কমটোতে নতুন বোৱাৰী সুমুৱাম। কিন্তু এতিয়া তই বহুত দূৰত আছ। হিমালয়ৰপৰা স্বৰ্গখন নিচেই ওচৰতে নহয়, তই গুচি গলি।’

মই ওলাই গলোঁ। মোৰ ভয় হ’ল। বিয়াখন হোৱাৰ লগে লগে এইটোৱেই ন দম্পতীৰ শোৱনি কোঠা হব। তাৰ পিছত হয়তো ৰজতৰ ছবিখনৰ ঠাইত জিলিকিব প্ৰশান্তৰ ছবি।

অসহ্য! অসহ্য!!

মই এইবাৰ চ’ৰা-ঘৰত বহি শান্ত হবলৈ চেষ্টা কৰিলোঁ। পথুলিৰ খবৰ কাগজখন মেলি লৈ পঢ়িবলৈ ধৰিলোঁ। গোটেই দেশজুৰি সমৰায়োজন চলিছে, আৰু লগে লগে মানুহে ভাবিছে, চীনে কথা দিয়া মতে উলটি যাব নে নেযায়। সকলোৰে মনত সন্দেহ, চীনক যেন কোনেও সৰলভাৱে বিশ্বাস কৰিব নোৱাৰাত পৰিছে। তথাপি মানুহে আকৌ শান্তিৰ কালৰ দৰে টাংটিঙালিখন কৰিবলৈ লৈছে। কাম

কৰিছে, বিয়াৰ আয়োজন কৰিছে, চিনেমা চাইছে, খেতি কৰিছে, কলঘৰলৈ গৈছে, পাত তুলিছে। মানুহে বোধহয় শান্তি বিচাৰে, কাৰণ শান্তিৰ অবিহনে মানুহে ঘৰ-সংসাৰ চলাব নোৱাৰে।

ভাত খোৱাৰ পিছত হঠাতে প্ৰশান্ত আহি মোৰ ওচৰত বহিলহি। কেইবা দিনো ধৰি তাৰ মন উচ্‌পিচাই আছে মোৰ লগত কথা পাতিবৰ বাবে; কিন্তু ময়ে সুযোগ দিয়া নাছিলোঁ। আজি কিন্তু সি আহি পোৱাৰ লগে লগে ময়ে উপযাচি কলোঁ—"বহ, পৰ্ব্বতত কি দেখিলি কচোন? আমাৰ সৈন্যই কিমান যুঁজ দিলে?"

প্ৰশান্তই কলে—"আমাৰ সৈন্যই গুলী থকালৈকে যুঁজিছে, কিন্তু ভাগ্য বেয়া, সিহঁতৰ বহুত মানুহ আহে দেউতা। কাকতী-ফৰিঙৰ দৰে জাকপাতি আহে।"

মই কলোঁ—"যোৱা যুদ্ধত জাপানীবোৰেও তেনেকৈ যুঁজিছিল।"

প্ৰশান্তই সুধিলে—"পিছে জাপানীবোৰক পৰাজয় কৰিলে কেনেকৈ?"

"সময়ত ভাল অস্ত্ৰ-পাতিৰে ইহঁতক পৰাজয় কৰিলোহঁক।"

মই মন কৰিলোঁ—প্ৰশান্ত গহীন হ'ল আগতকৈ। সি কলে—"দেউতা, আমাৰ এই বিপৰ্য্যয়ৰ কাৰণ কি?"

মই অলপ পৰ ভাবিলোঁ, তাৰ পিছত কলোঁ—"প্ৰস্তুতিৰ অভাৱ।"

"প্ৰস্তুতিৰ অভাৱ কিয় হ'ল? আমাৰ চৰকাৰে কি কৰিছিল?"

প্ৰশ্নটো খুব ব্যাপক আৰু ডাঙৰ। সমগ্ৰ দেশে প্ৰতিৰক্ষা মন্ত্ৰীৰ ওপৰত দোষ দিছে। প্ৰতিৰক্ষা মন্ত্ৰীয়ে পদত্যাগো কৰিছে। কিন্তু প্ৰস্তুতিৰ অভাৱৰ কাৰণ আৰু গভীৰ। মই কলোঁ—"বৰ ডাঙৰ প্ৰশ্ন প্ৰশান্ত! মোৰ ধাৰণা ভাৰতবৰ্ষই আৰু চেষ্টা কৰিব লাগিব।"

"মানে?"

"মানুহক শিক্ষা দি সৈনিকৰ সংখ্যা বঢ়াবতো লাগিবই, তাৰোপৰি দৰকাৰ অস্ত্ৰ-শস্ত্ৰ, তাতোকৈও দৰকাৰ উৰাজাহাজ। আকৌ যদি

চীনৰ লগত যুদ্ধ লাগে, তেন্তে আমি শক্তিশালী দেশৰ সহায় লব লাগিব।"

প্ৰশান্ত উঠিল আৰু অলপ পৰ বৈ আকৌ বহিল, তাৰ পিছত সি কলে—"লোকৰ মুখলৈ চাই বহি থাকিলে একো নহয় দেউতা। আমাৰ একো নহলেও ঢেৰ মানুহ আছে। এই মানুহবোৰে যদি প্ৰত্যেকেই যুঁজ দিয়ে, কোনে আমাৰ দেশ লব পাৰে?"

মই কলোঁ—"তোৰ কথা সঁচা। কিন্তু মানুহক স্থায়ীভাৱে যুঁজৰ বাবে সাজু কৰিবলৈ বহুত ধন লাগে অ'।"

"ধন লাগে নে মন লাগে?"

মই প্ৰশান্তলৈ চালোঁ—সি আজিকালি বৰ বৰ কথা কবলৈ শিকিছে। মই শান্তভাৱে কলোঁ—"মনৰতো অভাৱ হোৱা নাই প্ৰশান্ত।"

"মনৰেই অভাৱ দেউতা। মনৰ অভাৱ নহলে ধনৰ অভাৱত এনে দুৰ্দ্দশা নহয় দেউতা।"

মই কলোঁ—"দেশখনত কিবা এটা অভাৱ হৈছে সন্দেহ নাই।"

ইয়াৰ পাছত আমি দুয়ো খন্তেক পৰ মনে মনে ৰলোঁ। প্ৰশান্ত খুব অশান্ত হৈ পৰিছে। সি তৎক্ষণাতে চীনা শত্ৰুবোৰক মাৰি-কাটি খেদি দিব খোজে। 'হুৰ-মুৰ যাত্ৰা যাব, সৰ্ব্বসিদ্ধি হয় তাৰ।'—এয়েই তাৰ বিচাৰ। কিন্তু যুদ্ধ কৰা খুব সহজ কথা নহয়। বিশেষকৈ ওখ হিমালয়ৰ ওপৰত যুদ্ধ কৰা।

কিছু সময়লৈ প্ৰশান্তই পলাই অহাৰ কাহিনী কলে। অদ্ভুত ৰোমাঞ্চকৰ কাহিনী। ৱালঙৰ ওচৰৰ কোনোবা এটা হাস্পতালত আছিল সি। ৱালং পতন হোৱাৰ লগে লগে অপসাৰণৰ আদেশ হ'ল। সিহঁত সৰ্ব্বমুঠ সাতোটা মানুহ একেলগে আহিছিল। বাটত আৰু বহুতো অফিচাৰ, কেৰাণী, বনুৱা আদিক লগ পালে। সিহঁতৰে সৈতে আহি তিনি দিন বাটকুৰি বাই তেজু পালে। তেজুৰ আশে-পাশে ইতিমধ্যে

ভগনীয়া থকা ঠাই কৰা হৈছিল। সিহঁতে তাতে জিৰণি লৈ শেহত আহি তিনিচুকীয়া পালেহি।

ৰাতি ভালেমান হৈছিল। যুদ্ধৰ কথা আলোচনা কৰি ভাগৰ লাগিছিল। মই শুবলৈ ওলাইছিলোঁ, তেনেতে প্ৰমীলাই আহি কলে—"আমাৰ বিয়নী দেখোন অত বেলিলৈ নোলালহি! হ'ল কি?"

মই আচৰিত হলোঁ। ৰাতি দহ বাজোঁ বাজোঁ হ'ল—বেলি ক'লৈ গ'ল?

প্ৰমীলাই কলে—"তেওঁ ঘৰলৈ গৈছিল।"

"ঘৰলৈ গৈছিল?"

"অঁ, আহিম বুলিছিল আবেলিতে।"

মোৰ চকুৰ টোপনি ভাগি গ'ল, বেলিৰ ওপৰত খং উঠিল। এই নিশাখন নিজে যাবলৈও মন নেযায়, আৰু প্ৰশান্তক যাবলৈ কবলৈও বেয়া লাগিল। বেলিয়ে এনেয়ে পলম কৰা মানুহ নহয়, আনহাতে ঘৰলৈ গৈও কোনো বিপদৰ সম্মুখীন হোৱাৰ সম্ভাৱনা নাই। কিছু পৰ টলকা মাৰি সঘনে পদূলিমুখলৈ চাবলৈ ধৰিলোঁ।

প্ৰশান্তৰ মুখত কিন্তু কোনো চিন্তাৰ ৰেখা দেখা নেপালোঁ। জোনাকত তাৰ মুখখন বগা আৰু ধুনীয়া হৈ জিলিকিছিল, আৰু সি মোৰ আগত বহি বেলিলৈ বাট চোৱাৰ ছলেৰে টোপনিয়াবলৈ ধৰিলে। মই তাক শুই থাকিবলৈ কলোঁ। প্ৰশান্ত উঠি শুলেগৈ। অলপ পৰৰ পাছত প্ৰমীলা আৰু অমলাকো ভাত খাবলৈ আদেশ দিলোঁ। দুয়োজনীৰে ভোক লাগিছিল হব পায়, খাবলৈ গ'ল।

মোৰ মনটোৱে চাটি-ফুটি কৰিবলৈ ধৰিলে। পোছাক পিন্ধি লাখুটি-ডাল লৈ আলিবাটলৈ ওলাই গলোঁ। তাৰ পিছত ৰিক্সাৱালা এটাক সৰহকৈ পইচা দি কলোঁ—বেলিহঁতৰ ঘৰৰ ফালে যাবলৈ।

সৰু চহৰখনৰ ইতিমধ্যে সকলো শুই পৰিছে, কেৱল. ষ্টেশ্যনত গণ্ডগোল চলি আছে, আৰু ষ্টেশ্যনৰ পাছফালৰ কেইটামান হোটেল আৰু

চাহৰ দোকান খোলা আছে। মই অপৰূপ জোনাকত মলিয়ন চহৰৰ আলিবাটবোৰকো ৰূপালী বেণীৰ দৰে দেখিবলৈ ধৰিলোঁ আৰু কাষৰ গেৰেৰ্কনি আৰু নৰ্দ্দমাবোৰকো সহনশীলতাৰ দৃষ্টিৰে চাবলৈ ধৰিলোঁ।

বাটত দুই এটা গুণ্ডাই আৰু উতনুৱা ডেকাই চিঞৰ-বাখৰ কৰি আছিল। কিছুমানে আলিবাটৰ সোঁ-মাজত বহি জুৱা খেলিছিল। কিছুমানে আকৌ ৰাস্তাৰ ওপৰৰ পকাতে জুই ধৰি গা সেকিছিল।

ৰিক্সা চলিবলৈ ধৰিলে, আৰু চহৰৰপৰা আঁতৰি যেতিয়া জনবিৰল আলিবাটেদি মধুৰ জোনাকৰ ৰং গাত লৈ ৰিক্সাই আপোন গতিত মত্ত হৈ বেলিহঁতৰ ঘৰলৈ আগবাঢ়িবলৈ ধৰিলে, তেতিয়া খন্তেকৰ বাবে মই সংসাৰৰ সকলো আপত্তি-বিপত্তি পাহৰি একান্ত মনে পৰম চিন্তাত নিমগ্ন হবলৈ ধৰিলোঁ।

ৰিক্সা যেতিয়া বেলিহঁতৰ ঘৰৰ আগত ৰ'লগৈ, তেতিয়া দেখিলোঁ দশোদিশ অন্ধকাৰ। ৰিক্সাৱালাটোক আৰু কেইঅনামান পইচা দি ৰবলৈ কৈ মই হাতৰ লাখুটিডালকে সম্বল কৰি নামি গৈ বেলিৰ দুৱাৰমুখত থিয় হৈ মাতিলোঁ—"বেলি, বেলি, বেলি !"

কাৰো মাত নেপালোঁ। ৰিক্সাৱালাটোক মাতি তাৰে সৈতে ভিতৰ সোমালোঁ। পাকঘৰলৈকে চালোঁ—তাত কিবা এটাই খৰমৰাইছিল। ভালকৈ জুইশলা মাৰি দেখিলোঁ—সেইটো শিয়াল। গোবোহণি মাৰি তাক দুআষাৰ গালি পৰাৰ পিছতে হাবিৰ জন্তু সি, হাবিলৈ লৰ ধৰিলে।

ঘৰত ছেদিলাল নামৰ মানুহজনো নাই। সিয়েই সুখে-দুখে সদায় বেলিহঁতৰ ঘৰৰ ৰখীয়া আছিল।

জোনাকত বাৰী-ঘৰ অলপ পোহৰ হৈ আছিল। মই প্ৰথমতে শোৱনি-কোঠাত সোমাই চালোঁ—দেখিলোঁ, বিচনা-পত্ৰ খালী। অকল সেয়ে নহয়, কমটোৰ ট্ৰাঙ্ক-বাকচ আদিও খালী হৈ পৰি আছে। মই খুব সাৱধানে বেলিৰ কিবা চিন বিচাৰিলোঁ।

একো নেপালোঁ। উপায়হীন হৈ বিস্মায়ালাটোক ওচৰৰ মিলিটাৰী কেম্পটোত খবৰ এটা দিবলৈ কলোঁ। জেপৰপৰা কাগজ এখন উলিয়াই লিখিলোঁ—"দুৰ্যোৰ সন্দেহ হৈছে কিবা অঘটন ঘটিছে বুলি!"

দহ মিনিটমানৰ ভিতৰতে মিলিটাৰী সাতোটামান ওলালহি। এটা তাৰে চুবাদাৰ। হাতে হাতে একোটা টৰ্চ লৈ আহিছিল। মোৰপৰা খবৰটো ভালদৰে জানি লৈ সিহঁতে পিতপিতকৈ বাৰী-ঘৰ বিচাৰিবলৈ ধৰিলে।

এটাই হঠাতে পুখুৰীপাৰৰপৰা চিঞৰিলে—"ইয়াত কিবা এটা ওপঙি আছে।"

মোৰ গা চেবালে। লৰালৰিকৈ গলোঁ। মিলিটাৰীটোৱে টৰ্চ মাৰি এটা ওপঙি থকা বস্তুৰ ওপৰত পোহৰ পেলালে। মই একো ধৰিব নোৱাৰিলোঁ। হঠাতে দেখিলোঁ, পাৰত বেলিৰ চেণ্ডেলযোৰ পৰি আছে।

তৎক্ষণাত মই কলোঁ—"বস্তুটো চাওকচোন, মৰাশ নেকি?"

এইবাৰ আটাইকেইটাই আহি বস্তুটোৰ ওপৰত টৰ্চ মাৰিবলৈ ধৰিলে। খন্তেক পিছতে সন্দেহ গহীন হৈ আহিল। এটা মিলিটাৰীয়ে কাপোৰ-কানি খুলি পানীত জঁাপ দিলে। ব্ৰহ্ম-জাৰলৈকো সি কেৰেপ নকৰিলে। অলপ পৰৰ পাছত এটা শ তুলি ললে কান্ধত। আৰু সেইটো লৈ আহি পাৰত পেলালেহি। দেখিলোঁ বেলিৰ শ হয়, অলপ অলপ উখহিছে, গাটো নাঙঠ।

মই আঁঠু-কাঢ়ি ভালকৈ শটো পৰীক্ষা কৰিলোঁ। দেখিলোঁ ডিঙিত দাগ আছে। গাত অলঙ্কাৰ-পাতি একো নাই। কাণ-ডিঙি-হাত সকলোবোৰ শুদা।

মিলিটাৰী কেইটা থৰ হৈ ৰ'ল। চুবাদাৰটোৱে কলে—"ইয়াত এটা মানুহ আছিল নহয়, সি নাই নেকি?"

"ওহোঁ, নাইতো! ঘৰ-দুৱাৰ সকলো খোলা।"

চুবাদাৰে তৎক্ষণাত্ত পুলিচত খবৰ দিবৰ বাবে এটা মেচেঞ্জাৰ পঠিয়ালে। মই লগতে অনুৰোধ কৰিলোঁ যাতে আমাৰ ঘৰতো খবৰটো দি দিয়ে।

মই আঁঠু-কাঢ়ি শটোৰ কপালত এটা চুমা খালোঁ, তাৰ পিছত কলোঁ—"বেলি, কোনে তোমাৰ এই দশা কৰিলে ?"

এজাক শিয়ালে হাবিত হোৱা দিবলৈ ধৰিলে।

বেলিয়ে যিটো মানুহক বিশ্বাস কৰিছিল, সেই মানুহটোৰ অন্তৰ্দ্ধান হোৱা দেখি খুব সন্দেহ হ'ল সকলোৰে। ওচৰৰ মানুহবোৰো খবৰ কৰিবলৈ আহিল। সিহঁতৰ কিছুমানে কলে—মানুহটো আবেলি পৰতে ষ্টেশ্যনৰ ফালে যোৱা দেখিছিল।

বেলি যে আৰু নাই, এই কথা ভাবিবলৈ মই টান পালোঁ। হয়তো মই যেতিয়া পাৰ্কত আছিলোঁ, আৰু অমলাহঁত প্ৰেমৰ আদান-প্ৰদানত বিভোৰ হৈ পৰিছিল, ঠিক সেই সময়তে বেলি এইদৰে ওপঙি আছিল।

আধা ঘণ্টামানৰ মূৰত এগাল পুলিচ ওলালহি। সিহঁতে সকলোৰে জবানবন্দী ললে, ঘৰ-দুৱাৰ খানাতালাচ কৰিলে। শটো পোষ্ট-মৰ্টেম কৰিবৰ বাবে লৈ যাবলৈ ওলাল।

তেনেতে অমলা, প্ৰশান্ত আৰু প্ৰমীলা ওলালহি। আহিয়েই অমলাই চিঞৰ এটা মাৰি মাকৰ শটোৰ ওপৰত পৰি বাগৰি বাগৰি কান্দিবলৈ ধৰিলে। কিছু পৰৰ মূৰত কান্দোন থামিল।

এইবাৰ অ'-চিয়ে তাইক লৈ গ'ল ঘৰখনৰ সা-সম্পত্তিৰ হিচাপ কৰিবলৈ। তেওঁলোকৰ সন্দেহ হৈছিল যে এইটো সম্পত্তি আত্মসাৎ কৰিবৰ বাবে কৰা হত্যাকাণ্ড।

অমলাই শোৱনি-কোঠাৰ দুটামান বাকচ দেখুৱাই কলে যে তাত ভালেমান কাপোৰ-কানি আছিল। আৰু মজিয়াৰ সোঁ-মাজৰ এটা পকী গাঁতত ভালেমান অলঙ্কাৰ আৰু টকা আছিল। সেইটো খোলা

আছে। ঘৰৰ কাঁহী-বাটি, গৰু-ছাগলী, কাপোৰ-কানি, ধান একো নাই।

ইমানবোৰ সম্পত্তি আজিৰ ভিতৰতে * অপহৰণ হোৱা নাই, কেইবা দিনো ধৰি চুৰি নির্ব্বিবাদে চলি আছিল বোধহয়।

অমলাই ঘৰটোৰ ভিতৰত থাকি প্রশ্নৰ উত্তৰ দি বিব্রত হৈ পৰিছিল। ইতিমধ্যে প্রশান্তই খুব সাৱধানে পৰীক্ষা কৰিছিল শটো।

সি হুমুনিয়াহ এৰি যেতিয়া উলটি আহিল, তেতিয়া মই উদ্বিগ্ন হৈ সুধিলোঁ—"কি পালি প্রশান্ত?"

"মার্ডাৰ, দেউতা। ডিঙি টিপি মাৰিছে।"

অমলাই হুকহুককৈ কান্দিবলৈ ধৰিলে। প্রমীলাই দুই হাতে গৰা মাৰি ধৰিও তাইক ৰাখিব নোৱাৰিলে।

বহুত পৰৰ মূৰত শটো দাঙি ললে পুলিচে। অমলাই বলেৰে সাবটি ধৰিব খুজিলে শটো। মই তাইক একৰাই আনিলোঁ।

পোষ্ট-মর্টেম কৰোঁতে কৰোঁতে বাতি দুই বাজিল।

তাৰ পিছত শটো আমাৰ ঘৰলৈ নিলোঁ। প্রমীলাই এজন বামুণ বিচাৰি আনিলে। প্রথমতে এনে শৱ সংস্কাৰ কৰা কঠিন বুলি বামুণে ওজৰ-আপত্তি কৰিছিল, কিন্তু শেহলৈ মান্তি হ'ল।

প্রমীলাই বেলিয়ে শোৱা বিচনাখনকে চাঙীত তুলি দিলে। তাৰ পিছত চাকৰটোৰ হতুৱাই ঘিউ-চন্দন আৰু আন আন বস্তু যিবোৰ লাগে, সকলোবোৰ বজাৰৰপৰা অনালে।

ঠিক হ'ল, প্রশান্তই মুখাগ্নি কৰিব। দুদিন পিছতে যেতিয়া জোঁৱাই হবই, তেন্তে সিয়েই মুখাগ্নি কৰা ভাল হব। আমি তাত আনন্দ মনে সন্মতি দিলোঁ।

মই ফুলনিৰ বেলিফুল আটাই কেইপাহ আনি শটোৰ বুকুৰ ওপৰত দিলোঁ। কলোঁ—'বেলি, এয়ে তোমালৈ শেষ উপহাৰ। যোৱা, অসন্তোষ নকৰিবা। ভগৱানে তোমাক ভাল ঠাই দিব স্বর্গত। তুমি নিষ্পাপ, তুমি পৱিত্র।'

প্ৰশান্তই ধুতী পিন্ধি আৰু কান্ধত গামোচা লৈ সুদা ভৰিৰে শ্মশানলৈ যাবলৈ উদ্যত হ'ল।

চাণ্ডীত বেলিক তুলি লোৱাৰ লগে লগে অমলাই চিঞৰত গগন ফালিবলৈ ধৰিলে। এই হাঁহি-মাতি থকা ছোৱালীজনী হঠাতে কান্দোনত কাতৰ হৈ পৰিল। কোনো ৰকমে তাইক ধৰি ৰাখিব নোৱাৰা হ'ল। শেহত মই তাইক সাবটি ধৰি ভিতৰলৈ লৈ গৈ বিচনাত শুৱাই দিলোঁ।

ৰাতি পুৱাইছে। পোহৰ আহি অমলাৰ মুখত পৰিছেহি। মই অমলালৈ চাই কলোঁ—"আই অ' নেকান্দিবি! এইখন ঘৰত তোৰ কোনো অথন্তৰ নহয়।"

কিন্তু অমলাই 'মা' বুলি এবাৰ খুব বিহ্বলভাৱে চিঞৰি উঠিল। আমাৰ বাহৰ পাৰবোৰে সাৰ পাই কুণ দিবলৈ লাগিল। ছাগলা-বোৰে গঁৰালত খৰমৰালে। কাউৰী এটাই অমলাৰ 'মা' শব্দৰ উত্তৰত 'কা-কা'কৈ কিবা কৈ নিচুকাবলৈ ধৰিলে।

হঠাতে প্ৰমীলাই আহি অমলাক সাবটি ধৰি কলে—"এজনী মাৰ গ'ল, আৰু এজনী মাৰ আছোঁ নহয়।"

## ॥ ছয় ॥

মাত্ৰ কেইদিনমান বেলি ঘৰৰপৰা আঁতৰি আছিল, যুদ্ধ অপসাৰণৰ সময়ত। সেই কেই দিনতে এই অভাৱনীয় কাণ্ড ঘটি গ'ল। ঘৰ-ৰখীয়া পালোৱান মানুহটো হঠাতে চোৰ হৈ পৰিল, আৰু বেলি যাবৰ দিনা তাইক ছলেৰে বধ কৰি তাইৰ হাতৰ চাবিৰে শোৱনি-কোঠাৰ মজিয়াৰ গাঁত খুলি সঞ্চিত ধন আৰু অলঙ্কাৰবোৰ লৈ গ'ল। কেইদিনমানৰ ভিতৰতে বেলিৰ ঘৰৰ মানুহটোৰ স্বভাৱৰ পৰিবৰ্ত্তন হৈ গৈছিল। পুলিচ অফিচাৰবোৰেও এই কথাটোত আচৰিত হৈ পৰিছে।

কিন্তু কিছুমান হিতাহিতজ্ঞানশূন্য পাতকী লোকে উৰাবাতৰি প্ৰচাৰ কৰিছিল যে, মই অমুকাই হেনো তাইৰ ধন-সম্পত্তি, ছোৱালী হাত কৰিবৰ বাবে ফন্দী কৰি তাইক আমাৰ ঘৰলৈ মাতি নিছিলোঁ। এই অজ্ঞাত চকুচৰহাৰ দলক খং কৰি লাভ নাই, কাৰণ সিহঁত আমাৰ সাধাৰণ নৰ-মনিচৰ এক্তিয়াৰৰ বাহিৰত। এই অজীৰ্ণ-পাতকী মানুহবোৰক অজামিলক কৰাৰ দৰে ভগৱানে উদ্ধাৰ কৰক, এয়েই মোৰ অন্তৰৰ কামনা।

পুলিচ কেচৰ গতি অতি মন্থৰ, আৰু কেতিয়া যে আচল চোৰ ধৰা পৰি এটা মীমাংসা হবগৈ তাক কোৱা মোৰ পক্ষে মস্কিল। মই মাত্ৰ বেলিৰ শেষ ইচ্ছা পূৰ্ণ কৰিবৰ বাবে এইবাৰ খৰ-ধৰ কৰিবলৈ লাগিলোঁ। পুৰোহিতৰ আপত্তি সত্ত্বেও মই চ'তৰ ভিতৰতে অমলাৰ লগত প্ৰশান্তৰ বিয়াখন পাতিবৰ বাবে যো-জা কৰিলোঁ। কাৰণ মই বুজিলোঁ অমলাৰ বাবে এইটোৱেই আটাইতকৈ উৎকৃষ্ট পথ হব। বেলিৰ মৃত্যুৱে মোক ভিতৰি ভিতৰি শিকালে যে জীৱন অনিশ্চিত, আৰু কেতিয়া এই জীৱন শেষ হয় তাৰ একো ঠিক নাই। কাজেই ৰাৱণৰ দৰে স্বৰ্গলৈ বাট বান্ধিম বুলি থাকোঁতে এদিন অনুতপ্ত হৈ মৰাতকৈ, কৰিব লগা কাম সময়মতে কৰাটোৱেই অধিক বাঞ্ছনীয় বুলি মোৰ বিবেচনা হ'ল।

খুব খৰ-ধৰকৈ বিয়া পাতিলোঁ, আৰু এদিন নিয়মমতে হোম পুৰি দুয়োটাকে এডাল এনা-জৰীৰে বান্ধি দিলোঁ। বিয়াৰ পিছত দুয়োটাকে স্বহস্তে অকাতৰে ৰজতৰ ৰুমটোকে সমৰ্পণ কৰি, ৰজতৰ শেষ স্মাৰক-চিহ্ন স্বৰূপ ছবি কেইখন, চিঠিবোৰ আৰু এখন খুকুৰি আনি মোৰ ৰুমৰ আলমাৰিটোৰ ভিতৰত থৈ দিলোঁ। আনিবৰ সময়ত মোৰ দুটোপাল চকুপানী সৰি পৰিছিল, কিন্তু কোনেও মন নকৰিলে। দেখিলেও হয়তো ভাবিব, আনন্দতে চকুলো টুকিছে।

বিয়াৰ পিছৰপৰা মই অলপ আঁতৰে আঁতৰে ফুৰা হলোঁ। এদিন

সন্ধিয়া কেইজনমান বন্ধুৰ লগত তাচ খেলি উভতি আহিছোঁ, এনেতে প্ৰমীলাই পাক-ঘৰৰপৰা ওলাই আহি প্ৰায় কন্দনামুৱা হৈ কলে—

"লোকে বোৱাৰী আনে বুঢ়া কালত সুখ হওক বুলি, কিন্তু আমাৰ বোৱাৰী আনিলোঁ বান্দীৰ দৰে কৰি খুৱাবলৈ। উঃ এয়েনো মোৰ কপালত আছিল নে? শলাগোঁতে শলাগোঁতে শলাগ-গাঁঠি লাগিল।"

মই সুধিলোঁ—"ইহঁত ঘৰত নাই নেকি?"

"সিহঁত ঘৰত থাকিব নে? আপুনিনো আছেগৈ ক'ত?"

মোৰ খং উঠিল, কলোঁ—"বোৱাৰী ছোৱালীয়ে কি কৰিছে কি নকৰিছে তাক খবৰ কৰা মোৰ কাম নহয় প্ৰমীলা।"

"এই ৰাতিখনলৈকে সিহঁত ক'লৈ গ'ল কওকচোন, ঘৰৰ বুঢ়াজন হৈ যদি ত্যাকেই নেচালে আৰুনো কৰিলে কিটো?"

শৰবিদ্ধ হৰিণাৰ দৰে মই চট্‌ফটাবলৈ ধৰিলোঁ। কৃত্ৰিম ক্ৰোধ প্ৰকাশ কৰি কলোঁ—"বাৰু, আজি আহিলে মই প্ৰশান্তক কম।"

কিন্তু ভিতৰি বুজিলোঁ, প্ৰশান্তক কোৱা মানে মান-সন্মান হানি কৰা আৰু জ্বলা জুইত ঘিঁউ ঢলা। ইতিমধ্যে সি আমাৰ ঘৰৰ প্ৰাচীনতাক দুচকু পাৰি দেখিব নোৱাৰা হৈছে, আৰু বহাগৰ বিহুৰ পিছতে কন্যাক লৈ কৰ্ত্তব্য-ভূমিলৈ প্ৰস্থান কৰিব বুলি আগজাননীও দিছে। প্ৰমীলা আৰু মই প্ৰমাদ গণিছোঁ, কাৰণ ন-ছোৱালীজনী লৈ সীমান্তলৈ যোৱাৰ নিচিনা এটা অবিবেচকৰ প্ৰস্তাৱত বহুতো অলক্ষিত বিপদৰ সম্ভাৱনা লুকাই আছে।

উপায়হীন হৈ প্ৰশান্তক সন্তুষ্ট কৰিবৰ বাবে ঘৰৰ চ'ৰা-ঘৰৰ বহা চকী-মেজবোৰ সলাই, এটা নতুন ড্ৰইংৰুমৰ 'চেট' কৰাই আনিলোঁ। তাতে মোৰ সঞ্চিত ধনৰ প্ৰায় এক-চতুৰ্থাংশ আদায় হ'ল। কিন্তু চেট দেখি প্ৰশান্তই পুনৰ কলে—"এই মেজখন কিয় আনিলে দেউতা, ইমান ওখ মেজ আজিকালি মানুহে নেৰাখে নহয়।"

মই বুজাবলৈ চেষ্টা কৰিলোঁ যে, চহৰৰ বৰুৱা হাকিমেই তেনে

মেজ ব্যৱহাৰ কৰে। তেতিয়া প্ৰশান্তই জলজলাই কলে—“বকৰা হাকিমনো কি বৰ আধুনিকতো? তেওঁৰ ঘৰটোৱেই ১৯১০ চনৰ ‘মডেলৰ’।”

১৯১০ চনৰ মডেল এটা আছে বুলি এই প্ৰথম শুনিলোঁ। কিন্তু কথাত কথা বাঢ়ে বুলি মেজখনকে ওলোটাই দি তাৰ পচন্দমতে অলপ চাপৰ মেজ এখন আনিলোঁ।

দ্বিতীয়তে প্ৰস্তাৱ আহিল এটেচ্‌ড্‌ বাথ-ৰুমৰ আৰু চেনিটেৰী লেট্ৰিন কৰাৰ। মই কলোঁ—“লাহে লাহে কৰিম। ইতিমধ্যে পইচা বহুত গৈছে, কিছুদিন যাওক। সম্ভৱতে চাৰ্ভিচ্‌ লেট্ৰিনেই হব।”

প্ৰশান্ত অসন্তুষ্টচিত্তে মনে মনে ৰ’ল। কিন্তু অসন্তোষীয়া লৰা সি, প্ৰত্যেক দিনাই তাৰ ফৰ্দ্দত নতুন নতুন ফৰ্ম্মাচ দেখোঁ। মই চকু-কাণ মুদি শুনি থাকোঁ, নহলে বাহিৰলৈ ফুৰিবলৈ ওলাই গুচি যাওঁ।

আজি প্ৰশান্তক কম বুলি কবলৈহে পালোঁ, প্ৰমীলাই মুঢ়া এটা আনি মোৰ ওচৰত বহি ললে তাৰ পিছত অমলাৰ দোষৰ এখন মহা-ভাৰত গালে। তেওঁ কলে—“বোৱাৰী ছোৱালীয়ে যদি শুই থাকোঁতে পাটীতে বেলিয়ে দেখেহি, তেন্তে সেইখন ঘৰত লক্ষ্মী নেথাকে।”

মই বুজিলোঁ আজি মহাভাৰত মেলিব, গতিকে এটা মিক্সাৰ পকাই জ্বলাই ললোঁ। তাৰ পিছত কলোঁ—“কোঁৱা।”

প্ৰমীলাই কলে—“সেইটো সেয়াই। তাৰোপৰি গা ধোৱা তিয়নীবোৰ নিজে নেমেলে, চাকৰটোলৈ থৈ আহে। সিনো কিমান কাম কৰিব কওকচোন।”

“তুমিওতো চাকৰৰ হতুৱাই মেলোৱা, তেন্তে বোৱাৰীয়ে কৰিলে দোষ কি?”

প্ৰমীলাই অভিমান কৰি কলে—“অ’ এতিয়া বোৱাৰী ছোৱালীৰ লগত বিজাইছে মোক? বোলোঁ আমি প্ৰথম আহোঁতে কেইটা চাকৰ ধৰি দিছিল?”

"সেই ৰামো নাই, সেই অযোধ্যাও নাই প্ৰমীলা।"

খন্তেক পৰ প্ৰমীলাই একো নেমাতিলে। মোৰ কথা সঁচা বুলি জানিও তেওঁ তাক হজম কৰিব নোৱাৰিলে। তেওঁ কলে—"আপোনাৰ সেইবোৰহে কথা। ছোৱালী ভাল বুলি বিয়া কৰালোঁ, এতিয়া দেখিছোঁ ভাল নহয় যমকাল।"

মই মিক্সাৰ হুপি হুপি মনে মনে বৰ অস্বস্তিবোধ কৰিলোঁ। প্ৰমীলাই এইবোৰ কথা মোক কবলৈ অহাটো মুঠেই সমীচীন হোৱা নাই। বোৱাৰাক অলঙ্কাৰ পিন্ধাবলৈ লৰালৰি তেওঁহে লগাইছিল।

মই কলোঁ—"ভাল হব প্ৰমীলা। এই কেই দিনৰ কথা নধৰিবা। এই দিনকেইটাত সিহঁতৰ কাণ্ড-জ্ঞান একো নাই।"

প্ৰমীলাই কলে—"আমাৰো দিন আছিল দিয়কচোন। এনেকৈ আৰু চৌবিশ ঘণ্টা দুৱাৰ-ঘৰ মাৰি কোঠাত সোমাই থকা নাছিলোঁ। ঘৰখনত শহুৰেক-শাহুৱেক আছে বুলি মুঠেই কাণসাৰ নাই। তদুপৰি নিতৌ পাৰ্কত গা ঘেলাই ফুৰিবলৈ লাগে, আৰু চিনেমা চোৱাৰ যে অন্তই নাই। ইপিনে বুঢ়া দেহেৰে মই কেঁচা খৰি ফুৱাওঁতে জান মৰিছে।"

প্ৰমীলাই যে কিবা অতিৰিক্ত পৰিশ্ৰম কৰিব লগা হৈছে, সেই কথা মই ভিতৰি মানি লব নোৱৰিলোঁ, কাৰণ অমলাই চাহ কৰা, পাচলি-কুটা আৰু কাঁহী-বাটি পখলাও মই নিজ চকুৰেই দেখিছোঁ। কিন্তু প্ৰমীলাক সন্তুষ্ট কৰিবৰ বাবে কলোঁ—"এৰা, দিনো বেলেগ হ'ল বুজিছা। আমাৰ দেখোন সৌ সিদিনালৈকে যোৰ পাতি ফুৰিবলৈ লাজেই লাগিছিল।"

প্ৰমীলাই এইবাৰ মুখৰ ভিতৰতে হঁহা দেখিলোঁ। শান্ত-চিত্তে মিক্সাৰত হোপা মাৰি ধোঁৱাবোৰ বায়ুমণ্ডললৈ কুণ্ডলি কৰি উকৱাই দিলোঁ।

প্ৰমীলাই কলে—"আপোনাৰ দৰে লাজকুৰীয়া মানুহ জানো আছিল ক'ৰবাত? মোতকৈ ওৰণি আপোনাকহে লগা হৈছিল।"

"তোমাৰ মিঠা তিৰস্কাৰবোৰ মনত পৰে প্ৰমীলা।"

"অঁ, এইদৰেই গ'ল জীৱনটো। লোকে কত দেশ ফুৰিলে, আমাৰ এই পাক-ঘৰটোতে দেহা পৰিব আৰু।"

মই কোনো উছাহ নেদেখুৱালোঁ। কাৰণ পইচাৰ তলি একেবাৰে উদং। তদুপৰি প্ৰশান্তৰ ফৰ্ম্মাচ ইমান বাঢ়িছে যে বাকী ষি কেইটা আছেগৈ, সেই কেইটাও অচিৰতে অন্ত হব।

মই কলোঁ—"যাব লাগিব প্ৰমীলা, অহা বছৰ।"

"হৈছে আৰু। অহা বছৰ কৰোঁতে কৰোঁতে আজিলৈকে গুৱাহাটীখনকে চোৱা নহল। প্ৰশান্তকেনো নকয় কেলেই?"

"তাৰ টকা নাই, লৰাটো বৰ খৰচা।"

"ঘৈণীয়েকলৈ দিনৌ কাপোৰ কিনে, টকা নাই বুলিলে কোনে শুনিব? মই দিয়া অলঙ্কাৰবোৰ বোলে পচন্দ হোৱা নাই, নতুনকৈ অৰ্ডাৰ দিছে।"

"কিনো কৰিবা? সংসাৰৰ ৰীতিয়েই এনে। বাপেক-মাকক বিয়া কৰোৱাৰ পিছত লৰালুৰিয়ে উভতি নেচায় আজিকালি।"

"আপুনি ঢিলা মানুহ।"

কথাষাৰ কোৱাৰ লগে লগে দেখিলোঁ, এখন টেক্সি আহি ৰ'লহি পদূলিত। তাৰপৰা প্ৰশান্ত আৰু অমলা নামি আহিল, আৰু জোতাৰ কেচকেচনি আৰু মেখেলাৰ খচমচনি তুলি আমাৰ আগেদিয়েই ভিতৰ সোমাই গৈ নিজৰ কমৰ দুৱাৰ বন্ধ কৰি ললেগৈ।

প্ৰমীলাৰ মুখত এইবাৰ এটাও অভিযোগ নুফুটিল। কিন্তু মোৰ বেলিৰ কথাষাৰ মনত পৰিল—'প্ৰশান্ত পশু।' সঁচাকৈয়ে প্ৰশান্ত পশু। খোৱা-বোৱা, পিন্ধা-উৰা, আনন্দ-উপভোগ এইবোৰতে তাৰ দিনটো যায়। আধ্যাত্মিক চিন্তা তাৰ একেবাৰে নাই। এইবোৰ যে দুদিনীয়া সুখ, সেই কথা তাৰ চেতনাত নাই। তাৰ ধ্যান-ধাৰণা,

আও-ভাও সকলোৰে মুখ্য উদ্দেশ্য—'ঋণং কৃত্বা ঘৃতং পিবেৎ, যাবৎ জীবেৎ সুখং জীবেৎ।'

মিক্সাৰটো পেলাই দিলোঁ। তাৰ পিছত কলোঁ—"ৰজত এনেকুৱা নহলহেঁতেন প্ৰমীলা। তাৰ মাত্ৰা-জ্ঞান আছে সকলো কথাতে।"

প্ৰমীলা হঠাতে চঞ্চল হৈ উঠিল। ৰজতলৈ আজি তেওঁৰ খুব মনত পৰিল। কলে—"ভাল লবা দেখি ভগৱানে নেৰাখিলে, লৈ গ'ল।"

তাৰ পিছত হঠাতে কলে—"তাৰ ছবিখন দেখা নাই দেখোন, ক'লৈ গ'ল ?"

মই কলোঁ—"আলমাৰিত থৈ দিছোঁ।"

"সেইখন চ'ৰা-ঘৰত আঁৰি থব লাগিব কালিলৈ।"

পিছদিনাখনলৈকে মই প্ৰশান্তক একো কব নোৱাৰিলোঁ। প্ৰমীলাই খুব উছাহেৰে ৰজতৰ ছবিখন চ'ৰা-ঘৰৰ বেৰত প্ৰতিষ্ঠা কৰিলে। মই ওচৰতে বহি প্ৰমীলাক নানাপ্ৰকাৰে উপদেশ দিবলৈ ধৰিলোঁ। ৰজতৰ ছবিখন খুব সুন্দৰ হৈ আছে, তাৰ হাঁহো হাঁহো মুখখন দিনক দিনে উজ্জ্বল হৈ আহিছে।

প্ৰশান্ত ক'ৰবাৰপৰা আহি আমাৰ ওচৰতে বহিলহি। তেতিয়া পুৱাৰ প্ৰশান্ত ৰ'দ আহি বাহিৰৰ চোতালত পৰিছেহি। মই কলোঁ—"প্ৰশান্ত ক'ৰপৰা আহিলি ?"

সি কলে—"ক্লাবলৈ গৈছিলোঁ, ৰজত দাদাৰ নামত এখন 'শ্বিল্ড' দিবলৈ বন্দৱস্ত কৰিছোঁ। কেনে হব দেউতা ? সি খেলা বৰ ভাল পাইছিল।"

মই কলোঁ—"কিন্তু ৰজত অকল খেলুৱৈয়ে নাছিল, তাতকৈ সি বহুত ডাঙৰ আছিল। তাক মই জানো। সি ডাঙৰ ঘৰত ওপজা হলে হয় চি-ইন-চি হ'লহেঁতেন, নহয় প্ৰধানমন্ত্ৰী হ'লহেঁতেন।"

প্ৰশান্তই উত্তৰ দিলে,—"কোৱা টান দেউতা।"

মই কলোঁ,—"তই তাক বুজিব নোৱাৰ, তোৰ মন মাটিত, তাৰ মন কিন্তু সকলোতে।"

প্ৰশান্তই অভিমান কৰি কলে—"আপোনালোকে মোক উপযুক্ত পুত্ৰ বুলি নেভাবে মই জানো। কিন্তু মোৰ দোষ কি ? মই আধুনিক জগতখনৰ লগত খাপ খুৱাই চলিব খোজেঁা, আপোনালোকে নোখোজে।"

প্ৰশান্তৰ লগত তৰ্ক কৰা বৃথা, তথাপি মই কলোঁ—"মানুহৰ বিবেচনা জ্ঞান থাকিব লাগে। কত আশা-ভাৰসা কৰি মাৰে বোৱাৰী বিয়া কৰাইছে, অলপ তেওঁকো সন্তুষ্ট কৰিব নেলাগে জানো ?"

"মাক সন্তুষ্ট কৰিব পাৰিব কোনোবাই ? সৰু সৰু কথাত লাগি থাকে। পুৱা বেলিকৈ উঠিলেও জগৰ, ভাত নেৰান্ধিলেও জগৰ, তিয়নী নেচেপিলেও জগৰ, চিনেমা চালেও জগৰ, ফুৰিলেও জগৰ, আনকি ৰুমত সোমাই কথা পাতিলেও জগৰ। মাৰ নাম সেই কাৰণে মই 'জগৰ' থৈছোঁ।"

কথাখিনি কৈয়ে সি অট্টহাস্য কৰিবলৈ ধৰিলে। প্ৰমীলাই কিবা এটা কামত বাহিৰলৈ ওলাই আহি প্ৰশান্তৰ কথাবোৰ শুনি কলে—"শুনিছেনে তাৰ কথা ? মোক মানুহ কৰিয়েই থোৱা নাই। অ' ইয়ালৈকে তহঁতক কটনা কাটি তুলিলোঁ মেলিলোঁ, বোৱাৰীৰ আগত মোক অপমান কৰ ?"

প্ৰমীলাৰ অন্তৰত যে এটা ভূত শুই আছিল, আজিহে জানিলোঁ। গাঁৱলীয়া তিৰোতাইহে শাহুৱতী দেখুৱাবলৈ কেতিয়াবা এইদৰে গাজনি-ঢেৰেকনি মাৰি কথা কয়। বৃষ্টিপাত আসন্ন বুলি জানি মই প্ৰশান্তক কৃত্ৰিম ক্ৰোধ প্ৰকাশ কৰি কলোঁ—"তোৰ মুখখনো বাঢ়ি গৈছে প্ৰশান্ত, হেজাৰ হওক সেইজনী মাৰ।"

কিন্তু প্ৰশান্তই ওলোটা বুজি কলে—"বুজিছোঁ আপোনালোকৰ কথা। বোৱাৰী হ'ল বুলিয়েই যে বান্দীৰ দৰে ৰাখিব লাগিব এই ধাৰণা মাই এতিয়াও এৰা নাই। ঠিক আছে, মই সোনকালেই কামলৈ গুচি

যাম, আপোনালোকে বোৱাৰী বাই খাওক।”

প্ৰশান্ত উঠি গুচি গ’ল। সি একাচেকা লৰা। কিন্তু প্ৰমীলাও কম নহয়। দুই পৰ্ব্বতৰ মাজৰ ঠেক গহ্বৰত সোমাই, মই সেইপিনেই চেপেটা লাগিলোঁ।

প্ৰমীলাও ভোৰভোৰাই পাক-ঘৰলৈ গুচি গ’ল।

আৰু কেইদিনমানৰ পাছত মই বিমলাৰ কেচৰ সাক্ষ্য দি ডিব্ৰুগড়ৰ-পৰা উভতি আহিলোঁ। আথেয়ো এদিনৰ বাবে ক’র্টলৈ আহিছিল। কিন্তু আথেয়ে মেজিষ্ট্ৰেটৰ আগত কলে—“বিমলা মোৰ পত্নী, কাজেই মই তেওঁক ডাইভোৰ্চ নকৰোঁ। কিন্তু মই দেশলৈ যামগৈ সুবিধা পালে, বিমলাই যদি ইচ্ছা নকৰে তেন্তে থাকিব পাৰে।”

সেই যুক্তিৰ ওপৰতে ভিত্তি কৰি মেজিষ্ট্ৰেটে বিচাৰ আৰম্ভ কৰিছিল, আৰু বিমলাক ভালেমান প্ৰশ্ন কৰিছিল।

অৱশেষত বিমলাৰ স্পষ্টোক্তি পাই আৰু নানা অনুমানৰপৰা বিমলা আৰু আথেইৰ দাম্পত্য-জীৱন নষ্ট হৈ যোৱা বাবে মেজিষ্ট্ৰেটে আথেইৰ অসম্মতি সত্ত্বেও বিমলাক ডাইভোৰ্চ কৰাৰ অনুমতি দিলে। মাত্ৰ সম্পত্তিবোৰৰ ভাগ কিমান পাব তাৰ অনিশ্চয়তা থাকি গ’ল। কাৰণ ডাইভোৰ্চ বিমলাই নিজে বিচাৰিছে।

বিমলা ডিব্ৰুগড়তে ৰ’ল, মই গুচি আহিলোঁ।

ঘৰ পাই, লাখুটিডাল থৈ আৰামী চকীখনত বহি দুটামান কাহ মাৰি ভিতৰত মই অহাৰ জাননী দিলোঁ।

বহুত পৰৰ মূৰত অমলাই পানী এঘটী আৰু গামোচা এখন লৈ মোৰ ওচৰত থলেহি। দেখিলোঁ অমলা একেবাৰে বিমলা হৈ আছে। চুলি আঁচোৰা নাই, মুখত পাউডাৰ ঘঁহা নাই, গাত সাধাৰণ মণিপুৰী চাদৰ-মেখেলা জিলিকিছে, আৰু গাৰ অলঙ্কাৰবোৰো খুলি থৈছে।

মই সুধিলোঁ—“অমলা, তোৰ কি হ’ল আই।”

অমলাই হাঁহি কলে—“দেউতাইনো কি হোৱা দেখিলে ?”

"তই দেখোন একেবাৰে নিঃকিন হৈ ওলাইছ ? মোৰে দেখি বেয়া লাগিছে।"

তাই ব'ল। তাৰ পিছত কলে—"শাক-পাচলি কুটিবলৈ আৰু হালধি বাটিবলৈ ভাল সাজ-পাৰনো কেলেই ?"

মই হাঁহি সুধিলোঁ—"এই কথাটো দেখোন আজি খপ কৰে উপলব্ধি কৰিলি। কিয় ?"

অমলাই কলে—"জ্ঞানীয়ে দেখি শিকে, মূৰ্খই ঠেকি শিকে দেউতা। সত্য শিকোঁতে পলম হ'ল।"

অমলাৰ কথাবোৰত খোঁচ আছিল। মই একো নকৈ কুটনৈতিক নিৰৱতা অৱলম্বন কৰি বাহিৰত মুখ ধুই, গামোচাৰে মুখ মচি আকৌ বহিলোঁহি।

অমলাই চাহ আনিলে, আৰু লগতে নিজে কৰা কেইটামান নাৰিকলৰ লস্কৰা দিলেহি। মই কলো—"বহ আই।"

অমলাই কলে,—"দাইল বহাই থৈ আহিছোঁ, নিমখ দিবৰ হ'ল।"

"মাৰ নো ক'লৈ গ'ল ?"

অমলাই এবাৰ মোৰ মুখলৈ চালে, তাৰ পিছত কলে—"মা আজি মাহীয়েকৰ ঘৰত বিহু খাবলৈ গৈছে। বিহু খাইহে আহিব হেনো।"

অত বছৰ একেলগে বাস কৰিলোঁ, কিন্তু প্ৰমীলাৰ ক'ৰবাত মাহীয়েকৰ ঘৰ এখন আছে বুলিতো গম পোৱা নাই। বুজিলোঁ ইতিমধ্যে কিবা এখন তুমুল সংঘৰ্ষ ঘৰত হৈ গৈছে, যাৰ ফলত অমলা সম্পূৰ্ণ-ৰূপে নিৰাভৰণা হব লগা হৈছে, আৰু প্ৰমীলা কোনোবা অজ্ঞাতকুলশীলা মাহীয়েকৰ তাত বিহু খাবলৈ যাব লগাত পৰিছে।"

অমলাক সুধিলোঁ—"প্ৰশান্ত ঘৰত আছেনে নাই ?"

অমলাই কলে—"তেখেত পৰহিলৈ যাবগৈ নহয়, গাড়ীৰ খবৰ কৰিবলৈ গৈছে। তেজুলৈ জীপ এখন যোৱাৰ কথা আছে বোলে।"

"তয়ো যাবি নেকি ?"

অমলাই খুব সৰুকৈ মাত লগালে—"মোক ঘৰত থাকিবলৈ কৈছে। মাৰ হেনো বয়স হৈছে, এজনী মানুহ লাগে।"

এইবাৰ বুজিলোঁ কিয় অমলাই ব্ৰহ্মচাৰিণীৰ বেশ লৈছে। ইতিমধ্যে প্ৰশান্তই ভয় খুউৱা মতে যাবলৈ ওলাইছে, আৰু তাৰ প্ৰতিষেধক স্বৰূপে প্ৰমীলা কেনিবা ভাগিছে। কিন্তু প্ৰমীলা ক'লৈ গ'ল, তাক চাকৰটোৰ বাহিৰে আন কোনেও নেজানে। মই চাকৰটোক মতাই ভপতে ভপতে সুধি বুজিলোঁ। তেওঁ কোনোবা পুৰণি নাৰ্চ বান্ধৱীৰ তালৈ গৈছে। কিন্তু মানুহগৰাকী কোন তাক উলিয়াব নোৱাৰিলোঁ।

কাইলৈ বহাগৰ বিহুৰ উৰুকা, আজি এইখন কাণ্ড। মোৰ মূৰ ঘূৰাবলৈ ধৰিলে। ব্লাডপ্ৰেচাৰটো বেছি হোৱা যেন পালোঁ। লগে লগে কাহুটো বেছি হৈ আহিল। বৰ বেয়া সময়ত আহি আটাইকেইটা বিকাৰে উক দিলেহি। এই সময়ত মই বিচনাত পৰিব লগা হলে মাক-পুতেকৰ ভিতৰত বাঢ়ি অহা মনোমালিন্যই কি ৰূপ ধৰে কব নোৱাৰোঁ। অদৃষ্টই আমাৰ পৰিয়ালৈ টোঁৱাই এপাট শতঘ্নীবাণ হানিছে, তাৰপৰা ৰক্ষা পৰা একপ্ৰকাৰ অসম্ভৱ। অন্ততঃ মোৰ তেনে ধাৰণা হৈছে।

ভাত-পানী একো নেখাওঁ বুলিছিলোঁ, কিন্তু অমলাই নেৰিলে। বৰ টেঙৰ আৰু বুদ্ধিমতী ছোৱালী অমলা। ভাতৰ পাতত বহি মই দেখিলোঁ, (ভাতৰ পাতত বুলিলে আজিকালি ভুল হব, ভাতৰ মেজত) মোৰ প্ৰিয় ব্যঞ্জন আটাইকেউখনে কাঁহী-বাটি শোভা কৰিছে।

প্ৰথমতে পচলাৰ আঞ্জা বাকি ললোঁ, অসুখৰ মুখতো অমৃত যেন লাগিল। পচলা নহয় যেন পহুৰ তৰকাৰিহে। টকালি টকালি খালোঁ। তাৰ পাছত থপ্‌থপীয়া এখন মাগুৰ মাছৰ জোল দিলে। তৰকাৰিত পানীৰ সঁচেই নাছিল, বাটিৰ মুখলৈকে আলু-কবিৰ টুকুৰা ভৰি আছিল। মোৰ ৰুচিৰ জোখাই আঞ্জা জ্বলা হৈছিল, আৰু সেই কাৰণে সেহাই সেহাই ভাত দুটিমানৰ সৈতে আঞ্জাখন খালোঁ। ভাজিখন বেছ সোৱাদ হৈছিল, আলু-বেঙেনা-কবিৰে বেছ সনা-পিঠা হৈ সোৱাদ হৈ

পৰিছিল। টেঙা কৰিছিল মচুৰ মাহৰ। সেইখনো উপাদেয় হৈছিল, আৰু খাবলৈ লওঁতে ফুৰফুৰীয়া নেমুটেঙা-গোন্ধ নাকত লাগিলহি। সদৌ শেহত আছিল পাবৰ আঞ্জা; সেইখনত ফোৰণ দিয়াৰ উমান বাকি লোৱাৰ লগে লগে গম পালোঁ। খাই-বৈ উঠি খৰিকাৰে দাঁত নিকা কৰি, ধপাতৰ চিলিমটো লগাই লৈছোঁ, তেনেতে অমলাই খুন্দনা এটাত খুন্দা তামোল লৈ একেবাৰে ওচৰ পালেহি।

দাঁত অলপ লৰাবেপৰা আৰু দুটামান গুৰি-দাঁত সৰাবেপৰা প্ৰমীলাই মোক তামোল খোৱা বন্ধ কৰি দিছিল। অৱশ্যে তামোল চকলিয়াই মাজে মাজে খাব খুজিলেও, প্ৰমীলাই তেওঁৰ অলপীয়া কিন্তু মোতকৈ বেছি ডাক্তৰী জ্ঞান খটুৱাই, তামোলৰপৰা যে কেঞ্চাৰ হয়, এই ভয় খুৱাই তামোল খোৱা বন্ধ কৰিছিল।

কিন্তু আজি বোৱাৰীয়ে যতনাই দিয়া খুন্দনাৰ তামোলখন খোৱাৰ লোভ সামৰিব নোৱাৰিলোঁ, আৰু মুখত ভৰাই লৈ লাহে লাহে চোবাই খাবলৈ ধৰিলোঁ। 'গৰুৱে-পাগুলাদি তামোল-পাগুলা' বুলি কবলৈ ওচৰত প্ৰমীলা নাছিল, সেইবাবে নিশ্চিত হলোঁ।

অলপ সময়ৰ পাছত গাটো বেয়া লাগি আহিল, আৰু গাত উত্তাপ থকা যেন বোধ কৰি বিচনাত পৰিলোঁগৈ। কাহটো উঠি আহিছিল, কিন্তু অমলাই ভালকৈ হাত-ভৰি সেকি দিয়া বাবে অলপ ভাল পালোঁ, আৰু অমলাই হাত-ভৰি পিটিকি থাকোঁতেই টোপনি গলোঁ।

ৰাতি এবাৰ হঠাতে সাৰ পালোঁ আৰু বাহিৰৰ ঘড়ীত দুই বজাৰ শব্দ শুনিলোঁ। আগফালৰ ঘৰটোলৈ ৰতাহ সোমাই উৎপাত কৰা যেন বোধ হ'ল। এবাৰ বেৰৰপৰা কিবা এখন সৰি পৰা যেন লাগি উঠি পৰিলোঁ, কিন্তু দেখিলোঁ গাটো গৰম, মূৰটো গধুৰ আৰু হাত-ভৰিবোৰত এযুগৰ ভাগৰ।

বিচনাৰপৰাই সুধিলোঁ—"বাহিৰৰ দুৱাৰ মৰা নাই নেকি অ' সেইখন কি পৰিল ?"

অলপ পৰৰ পিছত কাৰোবাৰ পদ-শব্দ শুনিলোঁ। আকৌ সুধিলোঁ—"কোন সেয়া ?"

"মই অমলা।"

"কি কৰিছ আই ? ৰাতি বহুত হ'ল। খোৱা-বোৱা হ'ল নে নাই ?"

"নাই খোৱা। এখেত আহি পোৱাহি নাই।"

"কি !"

"অঁ, অহা নাই। দেৰি হৈছে ক'ৰবাত।"

মই উঠি গলোঁ। গৈ দুৱাৰডলিত ধৰি কলোঁ—"আই, তই খাগৈ যা। তালৈ বৈ থাকিব নেলাগে।"

"থাম, আপোনাৰ গাত জ্বৰ আছে, শুই থাকক।"

বাহিৰৰ লেমটো জ্বলি আছিল, দেখিলোঁ মেজত এখন ভগা ফ'টো থোৱা আছে।

"কাৰ ফ'টো এইখন ?"

"দাদাৰ।"

"ৰজতৰ ? কি হ'ল ?"

"ৰতাহত সৰি পৰিল।"

বিৰক্তিত কলোঁ—"দুৱাৰখন খুলি থৈছিলি কেলেই ? তাক তইঁতে ছবিতো শান্তি নিদিয় ?"

এইবাৰ শুনিলোঁ অমলাই হঠাতে উচুপি উচুপি কান্দিছে। মই আচৰিত হলোঁ। সস্নেহে কলোঁ—"আঘাত পালি নেকি আই ?"

অমলাই চকুপানী সম্বৰণ কৰি নাকেৰে সোঁত-সোঁতালে। মই কলোঁ—"তই বেয়া নেপাবি। এই লৰাটো লৰা নাছিল, সি মোৰ ঘৰত ভুলতে উপজিছিল। সি কোনোবা দেৱতা—মোৰ ঘৰলৈ আহিছিল। তাক আকৌ লৈ গ'ল!"

অমলাই হঠাতে ছবিখন ললে, তাৰ পাছত মোক ধৰি আনি শুৱাই থলে। ছবিখনৰ ভগা আইনাবোৰ গুচাই, তাই সুদা ছবিখনকে ফ্রেমেৰে

সৈতে মোৰ মেজত সজাই দিলে। তাৰ পিছত অকস্মাতে ৰজতৰ ছবিত ধৰি সেৱা কৰিলে।

হঠাতে মই সুধিলোঁ—"ৰজতক তই ভাল পাইছিলি নেকি ?"

"অঁ, খুব।"

"কিমান।"

"কব নোৱাৰোঁ।"

মই তাইক কাষলৈ মাতিলোঁ। তাৰ পিছত আশীৰ্ব্বাদ কৰিলোঁ মূৰত ধৰি—"মই জানো তই বেলিৰ ছোৱালী। তই মানুহ চিনাত ভুল কৰিব নোৱাৰ। কেতিয়াবা মই ভাবোঁ তোৰ ভাগ্য খুব বেয়া, তই তাক পোৱাহেঁতেন বুজিলিহেঁতেন মানুহ কেনেকুৱা হব লাগে।"

অমলাই হঠাতে মোৰ হাতখন এৰুৱাই কলে—"তেখেতৰ কথা ভবা মোৰ উচিত নহয় দেউতা।"

"অঁ, ঠিকেই কৈছ। কিন্তু........"

"কি হ'ল দেউতা ?"

"ৰজত মোৰ তেজ-মঙহৰ, উপৰি-পুৰুষৰ আৰু মনুষ্যত্বৰ আচল উত্তৰাধিকাৰী আছিল। তাক হেৰুৱাই মই সকলো হেৰুৱালোঁ।"

"কিয় তেখেত আছে নহয়........"

"প্ৰশান্ত ?"

মই ৰলোঁ। তাৰ পিছত অমলাৰ হাতখন আকৌ হাতত তুলি ললোঁ। হাতখন অব্যক্ত ভয়ত কঁপিবলৈ ধৰিলে।

অমলাই ক'ল—"কি হ'ল দেউতা ?"

"প্ৰশান্তক তই কিমান ভাল পাৱ ?"

"কব নোৱাৰোঁ। মই নিজক জুখিব নেজানো ?"

"অঁ, বেলিয়ে কৈছিল তই খালি গ্ৰহণ কৰিব জান, তোক তেওঁ বিচিভাৰ বুলি কৈছিল।"

"মাই মোক বুজি পাইছিল মোতকৈও বেছিকৈ।"

"হব পাৰে। বেলিৰ শিক্ষা নাছিল, কিন্তু কথা ধৰিব পাৰিছিল।"

অমলাই মাকৰ কথা মনত পেলাই হঠাতে গহীন হৈ পৰিল। হঠাতে তাই কলে—"মা থকা হলে মোৰ ইমান বিপদ নহয়।"

মোৰ বেয়া লাগিল, কলোঁ—"অমলা, মোকে মাৰ বুলি ধৰিবি। কোনো কথা নুলুকুৱাবি।"

অমলাই হাঁহিলে, একো নকলে।

মই কলোঁ—"যা ভাত খাগৈ যা। সি নাহে।"

তাই লৰচৰ নকৰি নিমাতী দুৰ্গা প্ৰতিমাৰ দৰে য'তে আছিল ত'তে থিয় হৈ ৰ'ল। লাহে লাহে ৰাতি আগবাঢ়ি আহিল। প্ৰহৰে প্ৰহৰে ডাক দিয়া শিয়ালবোৰে হোৱা দিবলৈ ধৰিলে, আৰু কুকুৰাবোৰেও প্ৰহৰ-শেষৰ জাননী দিলে। হঠাতে ক'ৰবাৰ আমৰ ডালত কুলি এটাই কু-উ, কু-উ কৰিবলৈ ধৰিলে।

মোৰ ভাব হ'ল, ৰাতি পুৱাবলৈ আৰু বেছি সময় নাই। অমলাক সুধিলোঁ—"সি কাজিয়া কৰি গৈছে নেকি?"

"ওহোঁ।"

বয়সৰ, সম্বন্ধৰ অদৃশ্য দেৱাল এখন আমাৰ দুয়োৰো মাজত অদৃষ্টই তৰি থৈছে, ইয়াতকৈ অধিক আৰু প্ৰশ্ন সুধিব নোৱাৰি।

মই নিৰুপায় হলোঁ, আকৌ এবাৰ খাবলৈ উপদেশ দি শুই পৰিলোঁ।

পুৱা সাৰ পাই দেখিছোঁ বেলি ওলাই এডোখৰ পালেহি, মোৰ গাত তেতিয়াও জ্বৰ আছে। মনত পৰিল আজি উৰুকা, আন খবৰ লোৱাৰ আগতে খবৰ ললোঁ, গৰুক গা ধুৱালে নে নাই।

অমলাই গা-পা ধুই, এযোৰ বগা সাধাৰণ মণিপুৰী চাদৰ-মেখেলা পিন্ধি আহি খবৰ দিলেহি গৰুক গা ধুওৱা হৈ গৈছে।

এইবাৰ মানুহৰ খবৰ ললোঁ, সুধিলোঁ—"ই আহিল নে?"

"আহিলে।"

"এবাৰ মাতচোন, মোৰ জ্বৰটো চাই দিয়ক।"

"শুইছে।"

( অভিমানত কলোঁ )—"ভাল হৈছে, তেন্তে শোৱক দে।"

অমলাই মোৰ অভিমানলৈ লক্ষ্য কৰি কলে—"বাৰু, মই জগাই দিওঁ।"

অমলা গুচি গ'ল। অলপ পৰৰ পিছত চকু মোহাৰি মোহাৰি প্ৰশান্ত ওলালহি মোৰ ওচৰত। দেখিয়েই ধাৰণা কৰিলোঁ, কালি ৰাতি টোপনি খতি কৰিছে। আৰু ভয়ঙ্কৰ উদ্বিগ্নতাৰ মাজেদি ৰাতিটো কটাইছে।

প্ৰশান্ত আহি কোনো ৰকমে মোৰ ওচৰত বহিলহি। তাৰ চকুকেইটা ৰঙা হৈ আছে, গাত স্থিৰতা নাছিল।

সি মোৰ হাতখন চালে।

তাৰ পিছত মুখৰ ওচৰলৈ মুখখন আনি সুধিলে—"কাহ আছে ?"

মই কলোঁ—"আছে।"

তাৰ পিছত প্ৰেচাৰ চালে। শেহত এখন প্ৰেচ্‌ক্ৰিপ্‌শ্বন্ লিখি দিলে।

"কেনে দেখিলি ?"

প্ৰশান্ত স্তব্ধ হৈ গ'ল। সি কলে—"একো ধৰিব পৰা নাই।"

মই মনে মনে ৰলোঁ। অমলা এদাঁতিত থিয় হৈ আছিল। মই এবাৰ তাইলৈ চাই কলোঁ—"ইয়াক চাহ দিলি নে ?"

"চাহ কৰিছোঁ, আপুনি খাব নেকি ?"

"আন। খুব পাতলকৈ কৰিবি।"

অমলা গ'লত, মই প্ৰশান্তক কলোঁ—"মোৰ গা পৰি আহিছে, তই ঘৰ-দুৱাৰ চমজি ল।"

প্ৰশান্তই কলে—"কাইলৈ যোৱাটো মোৰ ঠিক হৈ গৈছে।"

"যাব খুজিছ যা। কিন্তু ঘৰত এইবোৰ কি হৈছে ? মাৰ নাই।

এই গাভৰু ছোৱালীজনী ওৰে ৰাতি লযোনে আছে। এইবোৰ দেখি-শুনি মোৰ জ্বৰ দুগুণে চৰিছে।"

পাছৰ কথাষাৰ এনেয়ে কলোঁ। অৱশ্যে মানসিক অশান্তি হোৱাটো মিছা নহয়। কিন্তু প্ৰশান্তক আঘাত দিবলৈহে কথাষাৰ লাচতে কৈ পেলালোঁ।

প্ৰশান্তই উত্তৰ দিলে—"মাৰ লগত নোৱাৰি দেউতা।"

"কিয় ?"

"আধুনিক মানুহে কি বিচাৰে মাই একো নেজানে।"

মোৰ অনুমান হ'ল প্ৰশান্ত এটা নিচেই সৰু লৰা। কিছুমান মানুহ আছে, যাৰ বয়স বাঢ়িলেও অভিজ্ঞতা আৰু বিচাৰ পৈণত নহয়। আমাৰ প্ৰমীলাও তেনেকুৱা এৰ্বা মগজৰ মানুহ। নহলেনো বছেৰেকৰ বিহুৰ দিনা ঘৰত এনেকুৱা অথন্তৰ ঘটে নে। এতিয়ামানে চাগৈ চহৰ গোটেইখন ৰাষ্ট্ৰ হৈছে, প্ৰমীলা ঘৰৰপৰা যোৱাৰ কথা। আমাৰ ঘৰত কাৰোবাৰ দাঁতত ভাত লাগিলেও, ঢোটোকে ৰৌটো কৰি প্ৰচাৰ কৰা মানুহৰ অভাৱ নাই, তাৰ কাৰণ আমি কুসংস্কাৰ কিছুমান আওকাণ কৰি, আমাৰ গৃহস্থালিৰ নাওখন স্বচ্ছন্দে সমাজৰ বৰ লুইতৰ মাজেৰে চলাই লৈ গৈ আছোঁ। ক'ৰবাত যদি নাও চাকনৈয়াত পৰি থৰক-বৰক হয়, তেন্তে আমাৰ এই শত্ৰুদলে আনন্দত বাৰিষাৰ পানীত পোনা মাছে জঁপিওৱাদি জঁপিয়াবলৈ ধৰে।

মই প্ৰশান্তক সৰু-সুৰা এটা বক্তৃতা দিলোঁ। আৰু কলোঁ—"আমি বেছি দিন নেথাকোঁ এই সংসাৰত। ঘৰ-দুৱাৰ তহঁতৰেই হব। তহঁতৰ মতেই চলিবি। অলপ সহিবলৈ শিক বোপাই। ঘৰ চলোৱা এটা ডাঙৰ বিদ্যা।"

প্ৰশান্তই মোৰ কথালৈ কাণ দিয়ক নিদিয়ক মোৰ ব্লাড প্ৰেচাৰলৈ কাণ দিবলগীয়া হ'ল। ব্লাড প্ৰেচাৰ ৰোগৰ প্ৰতি ডাক্তৰ বৰ সাৱধান।

সি শ'লঠেকত পৰি কলে—"বাৰু দেউতা, আপুনি এতিয়া শোৱক।"

মিছা কথ নেপায়, দিনৰ দিনটো লৰা আৰু বোৱাৰীয়ে মোৰ পাৰেমানে শুশ্রূষা কৰিলে। কিন্তু এনে বেমাৰত, চিনাকি হাত দুখনৰ পৰশ পালে গা-মন এনেয়ে জুৰ পৰা যেন লাগে। সেই মহিমাময়ী পত্নীৰ সান্নিধ্য নেপাই এনেয়ে মোৰ হৃদয় চটফটাবলৈ ধৰিলে। যিমানে বিছুৰ খদমদম লাগিল চুবুৰিত, আৰু গধূলি হোৱাৰ লগে লগে বিহুৰ টকা-পেঁপা-গগনাৰে সৈতে ওচৰৰ গাঁৱৰ লৰাজাকে হুচৰি গাবলৈ অহা শুনিলোঁ, অন্তৰ থৌকিবাথৌ কৰিবলৈ ধৰিলে। মনে মনে ভগৱানক প্রার্থনা জনালোঁ—'হে ভগৱান, তেওঁক আহিবলৈ কোৱা।'

কিন্তু কথাষাৰ লৰা-বোৱাৰীৰ আগত উন্মুকিয়াবলৈ লাজ লাগিল। গধূলি বেলিকা মোৰ আইন অমান্যৰ প্রবৃত্তি বাঢ়ি গ'ল, আৰু অকস্মাতে কোনো দিনে নভবা-নিচিন্তা কিছুমান কর্ত্তব্য সম্পাদন কৰা চাবলৈ মই ব্যগ্র হৈ উঠিলোঁ—যেনে গোহালিত গৰুক ন পঘা দিলে নে নাই, যাগ লগালে নে নাই, ছাগলী-হাঁহবোৰ গঁৰালত সুমালে নে নাই, আৰু জেতুকা-পাত গোটালে নে নাই ?

অমলাই এই প্রথম আমাৰ ঘৰত বিহুৰ জা-যোগাৰ কৰিবলৈ পাইছে। বিহুৰ চিৰা-পিঠা-লাৰু কৰাত যে তাই বিন্দু মাত্র ত্রুটি কৰা নাই, সেই বিষয়ে মোৰ সন্দেহ নাছিল, আৰু সাধাৰণভাৱে কৈ দিলে বাকীবোৰো যে কৰিলেহেঁতেন তাকো মই বুজিব পাৰিছিলোঁ। তথাপি প্রমীলাৰ অভাৱত যেন গোটেইখন গণ্ডগোল হৈ পৰিব, এনে এটা অৰাজকতাৰ ভাবে মোৰ অন্তৰ ভেদি গ'ল।

ৰাতি এডোখৰ হ'লত মই অনুভৱ কৰিলোঁ যে প্রমীলাৰ অনুপস্থিতিত ইহঁতে মোক অনাদৰ কৰা বাবে মোৰ মূৰত বেছিকৈ জ্বৰ উঠিছে। পাহৰি গলোঁ প্রশান্ত নিজে ডাক্তৰ, আৰু অমলা এগৰাকী পটু শুশ্রূষাকাৰিণী। মানুহৰ শাৰীৰিক আৰু মানসিক অৱনতি ঘটিলে বোধহয় দেহলাউটোৱে মানুহৰ ভিতৰত, আটাইতকৈ যাক বেছি নির্ভৰযোগ্য বুলি ভাবে তেওঁকে বিচাৰে। বোধহয় মই

ভ্ৰম বকোঁতে বকোঁতে কেইবাবাৰো প্ৰমীলা প্ৰমীলাকৈ মাতিছিলোঁ।

ৰাতি বোধহয় এবাৰ মোৰ জ্বৰ পাতলিছিল, আৰু মই চেতনা পাই এবাৰ প্ৰশান্তক বিচাৰিছিলোঁ।

কিন্তু ওচৰতে এটি স্ত্ৰী কণ্ঠস্বৰে খুব কাতৰ স্বৰে কলে—"নাই ওলাই গৈছে।"

মই সুধিলোঁ—"এই ৰাতিখন ক'লৈ গৈছে?"

"কব নোৱাৰোঁ।"

অমলাৰ হাতখন মই বিচাৰিলোঁ, আৰু সেইখন হাত কপালত দি কলোঁ—"সি আকৌ গৈছে নেকি?"

"অঁ।"

"তই ভাত খালি নে নাই?"

"নাই খোৱা।"

মোৰ বুকুখন আঘাতত আকৌ পুৰিবলৈ ধৰিলে। জ্বৰৰ ভমকত কলোঁ—"মোৰ কথা সি নাৰাখিলে। কিয়? তোৰ দৰে এজনী লক্ষ্মী তিৰোতা পায়ো, সি ৰাতিখন ক'লৈ গৈছে?"

অমলাই কথাষাৰ বোধহয় অশ্লীল যেন শুনিলে, সেই কাৰণে কলে—"দোষ বোধহয় মোৰ গাতে দেউতা, মতা মানুহৰ ভাল বেয়া মাইকী মানুহৰ ওপৰত নিৰ্ভৰ কৰে। আপুনি কথা নকব। নিটাল মাৰি শোৱক। তেখেতে কৈছিল টোপনি নাহিলে কষ্ট পাব।"

অমলাৰ বিনয় দেখি মই আচৰিত হলোঁ, কথা কৈ কৈ সঁচাকৈয়ে বৰ ভাগৰ অনুভৱ কৰিছিলোঁ, কলোঁ—"আই, এমুঠি খা গৈ যা।"

"মই থাম বাৰু, আপুনি শোৱক।"

এগিলাচ পানীৰে সৈতে মোক এটা পিল খুৱাই দিলে অমলাই। অলপ সময়ৰ পাছতে বোধহয় মোৰ টোপনি ধৰিলে।

ৰাতিপুৱা যেতিয়া সাৰ পাইছোঁ, তেতিয়া দেখিছোঁ বোলছবিৰ দৃশ্যৰ দৰে পট পৰিৱৰ্ত্তন হৈছে। বেলি ওলোৱা ভালেমান পৰ হ'ল, আৰু

গোৰ ওচৰত বগা চকু আৰু বিবৰ্ণ মুখ লৈ প্ৰশান্ত বহি আছে। আগনিশাৰ দৰে সি আজিও বোধহয় ৰাতিপুৱা-বেলিকা উলটি আহিছে।

মোৰ জ্বৰ চোৱাৰ লগে লগে, মই প্ৰতিবাদ কৰি উঠিলোঁ।—"তই মোৰ জ্বৰ চাব নালাগে প্ৰশান্ত, মোক মৰিবলৈ দে।"

"কিয়, কি হ'ল দেউতা?"

"কালি ৰাতি আকৌ তই ছোৱালীজনী লঘোনে ৰাখিলি।"

"দেউতা, তেওঁক লঘোন দি থাকিবলৈনো কোনে কৈছে? ক্লাবত ৰাতি বিহু চেলিব্ৰেট্ কৰিলোঁ।।"

মোৰ অসহ্য হ'ল। মই কলোঁ।—"তই যা শুই থাকগৈ। মোৰ জ্বৰ চাব নেলাগে।"

প্ৰশান্ত মুঠিল। সি জোৰেৰে মোৰ হাতত প্ৰেচাৰ জোখা যন্ত্ৰটো দিলে।

মই দেখিলোঁ তাৰ মুখখন অভাৱনীয় চিন্তাত বিমৰ্ষ হৈ পৰিছে।

সি উঠি গ'ল।

হাতৰ তলুৱা, ভৰিৰ তলুৱা এইবোৰ খুব পুৰিছিল। বুকুখন খুব দ্ৰুত গতিৰে ধিপ্‌ধিপাইছিল, আৰু মূৰটোত যেন এচটা ডাঙৰ শিল থৈ দিছিল কোনোবাই।

অলপ পিছতে অমলা আহিল, আজি তাই আগৰ দৰেই পৰিষ্কাৰ শুভ্ৰ সাজ-পাৰ পিন্ধি আহিছে। মই তাইক দেখি কলোঁ।—"আই, গা ধুলি নেকি?

"ধুলোঁ। আপুনি মুখখন ধুব নেকি?"

মুখখন খুব তিতা লাগিছিল, নিমখ-পানী দি কুলকুলি কৰিলোঁ।—অমলাৰ হতুৱাই পানী অনাই।

অমলাই নকৈ ফুলা বেলিফুল এপাহ আনি মোৰ নাকৰ ওচৰত দাঙি ধৰিলে। ফুল পাহৰ গোন্ধে মোক যেন বিহুৰ দিনৰ সতেজ আৰু সজীৱ প্ৰকৃতিৰ বাতৰি দিলে।

"বিহুৰ জা-জলপান গোটাইছ নে আই ?"

"গোটাইছোঁ।"

"অঁ। মাৰৰ খবৰ কিবা পাইছ নে ?"

"নাই পোৱা।"

"হুঁ—।"

অলপ পৰ বৈ সুধিলোঁ।—"প্ৰশান্ত আছে নে নাই ?"

"আছে।"

"সি আজি যাবগৈ নেকি ?"

এই কথাৰ উত্তৰ দিবলৈ গৈ হঠাৎ অমলাৰ চকুপানী ওলাল।

"কি হ'ল, কান্দিছ দেখোন ?"

"ক'তা !"

"তই ফাকি দিছ।"

অকস্মাতে মোৰ ভাব হ'ল অমলাই আমাৰ ঘৰত ভয়ানক কষ্ট পাইছে। তাই প্ৰমীলাৰ কথা শুনি ধুতি-নীতি মানি ঘৰ ধৰা বোৱাৰী হবলৈ গলে, তাইৰ দাম্পত্য জীৱন নষ্ট হৈ যাব। প্ৰশান্ত সঁচাকৈয়ে এটা পশু। তাৰ ধাৰণা অমলাৰ সৈতে তাৰ এটা বেলেগ জীৱন যাপন কৰাত তাৰ পূৰ্ণ অধিকাৰ আছে। মই বা প্ৰমীলাই তাত বাধা হোৱাটো উচিত হোৱা নাই।

মই চিঞৰিলোঁ।—"প্ৰশান্ত।"

ডুবাৰমান মতাৰ পিছত প্ৰশান্ত ওলালহি। মই সুধিলোঁ।—"তই যাবি নেকি ?"

"গাড়ী ৰেডি হৈ আছে দেউতা। আপোনাৰ জ্বৰটো কমিলে যামগৈ। আমাৰ হাস্পতালটো পুনৰ খুলিছে।"

"চীনাবোৰ আঁতৰি গ'ল নে ?"

"গ'ল।"

"যা। আৰু এটা কথা। অমলাকো লৈ যা।"

প্ৰশান্ত অবাক হ'ল। সি কলে—"আপুনি সঁচাকৈ কৈছে নে? আপোনাৰ অসুখ……."

মোৰ খং উঠিল, কলোঁ—"মোৰ কাৰণে তইঁতে ভাবিলেই হব নে? তইঁতৰ এটা নিজৰ ভৱিষ্যৎ আছে। মোৰ এইবোৰ দুদিনীয়া জ্বৰ….তদুপৰি এতিয়া বিমলাও আহিব।"

প্ৰশান্তই প্ৰতিবাদ নকৰিলে, কিন্তু অমলাই আহি কলেহি—"দেউতা, আপুনি কৈছে কি? বছৰেকৰ বিচুৰ দিনানো মানুহ ঘৰৰপৰা যায় নে? আপোনাৰ জ্বৰ। মা ঘৰত নাই। এনে অৱস্থাত আপোনালোকে কলেও মই নাযাওঁ।"

প্ৰশান্ত কিন্তু অচল-অটল। সি কলে—"তোমাৰ ইচ্ছা, মই যামেই।"

"দেউতাক চাব কোনে?"

"তাৰ ব্যৱস্থা মই কৰিছোঁ।"

মই কলোঁ—"প্ৰশান্ত বহচোন। অমলাও বহ।"

দুয়োটা বহিল।

"অমলা, তই জিদ নধৰিবি। মই তোক আশীৰ্ব্বাদ কৰিছোঁ, তই যা। প্ৰমীলাক বুজোৱাৰ ভাৰ মই লৈছোঁ। যা, তহঁত সুখী হ।"

তাৰ পিছত মই ৰজতৰ ছবিখন বিচাৰিলোঁ। ছবিখন খুব জোৰে বুকুত সাবটি লৈ মই চকু দুটা মুদি, এখন বেলেগ দেশৰ কথা ভাবিবলৈ ধৰিলোঁ।

দুপৰীয়া বেলিকা এখন মটৰ আহিল। মই বুজিলোঁ প্ৰশান্তহঁত এতিয়া যাব। কিন্তু মটৰখন অলপ সময় ৰৈয়েই গুচি গ'ল।

অলপ সময়ৰ মূৰত প্ৰশান্ত ওলালহি। হাতত এখন চিঠি। চিঠিখন দেখিয়েই জানিলোঁ, সামৰিক কৰ্ত্তৃপক্ষৰপৰা আহিছে।

প্ৰশান্তই মাতিলে—"দেউতা! দেউতা।"

"কি হ'ল বোপাই?"

"ৰজত দাদা জীয়াই আছে।"

মোৰ বুকুখন কঁপি উঠিল। মই উঠি বহিলোঁ, মুখেৰে একো কব নোৱাৰিলোঁ। কিন্তু সমগ্ৰ দেহেৰে তাক সুধিলোঁ—"সঁচা নে মিছা খবৰটো।"

প্ৰশান্তই কলে—"দাদাক চীনাইঁতে বন্দী কৰি নিছিল। পৰহিলৈ মুকলি কৰি দিব। যদি ঠিকে-ঠাকে পায়হি, তেন্তে পোন্ধৰ দিনৰ মূৰত ঘৰ পাবহি।"

চিঠিখন মই টানি আনি নিজে চালোঁ। কথাষাৰ আখৰে আখৰে সঁচা। মোৰ বুকুখন আনন্দত ধিপধিপাবলৈ ধৰিলে। কিন্তু অকস্মাতে দেখিলোঁ, প্ৰশান্তৰ মুখখন আতঙ্কত শেঁতা পৰি গৈছে।

তাৰ পিছত অমলালৈ চালোঁ। তাইৰ প্ৰায় মূৰ্চ্ছা যাওঁ যাওঁ অৱস্থা। প্ৰশান্তই তাইক অথিৰ-অবিৰ যেন দোঁখ, ধৰি ভিতৰলৈ সুমাই লৈ গ'ল।

মোৰ অন্তৰ আনন্দত উত্ৰাৱল হ'ল, কিন্তু লগে লগে যেন কলোঁ—'বহুত দেৰি কৰিলি ৰজত! এতিয়া তই ঘূৰি আহি একো নেপাবহি। তোৰ ঘৰ পতাৰ সপোন থান-বান হৈ গৈছে।'

ঘৰলৈ তেতিয়াও প্ৰমীলা ঘূৰি অহা নাই। বিমলাও কিবা কাৰণত অহা পলম হব বুলি টেলিগ্ৰাম কৰিছে। বতৰটো বেজাৰত ম্ৰিয়মান। ডাৱৰ এচটা আমাৰ ঘৰৰ ওপৰৰ আকাশেদি উৰি ফুৰিছে।

ভিতৰত অমলা আৰু প্ৰশান্তই গুণগুণকৈ কিবা কথা পাতিছে। লাহে লাহে কথাবোৰ অন্তৰ ঝন্‌ঝননিত পৰিণত হৈছে, এদিন আথেইৰ লগত বিমলাৰ যেনেকৈ হৈছিল।

মই হাতৰ চিঠিখন লৈ আকৌ শুই পৰিলোঁ। বোধহয় মোৰ সমগ্ৰ দেহ এটা প্ৰৱল আঘাতত থৰ হৈ গৈছিল। মূৰটো ৰৰকৈ ঘূৰাবলৈ ধৰিলে। কিবাকিবি বলকিছিলোঁ। হঠাতে যেন মোৰ ভাব হ'ল, প্ৰশান্তইত যোৱা বহুত বেলি কৰিছে। সিহঁত গুচি যাওক, সেই কমটো

খালী হওক। আকৌ অন্ততঃ দেখাত আগৰ দৰে ঘৰখন প্ৰস্তুত হৈ থাকক—ৰজতক বৰ বেশে আদৰিবৰ বাবে। কিন্তু কন্যা কোন হব ? যি কন্যাক সি মনে মনে বৰণ কৰি লৈছিল, সেই কন্যা যে ভাই-বোৱাৰী হৈ গৈছে !

অকস্মাতে কাবোবাৰ হাত এখনে মূৰত ধৰা যেন পাই সুধিলোঁ— "কোন ?"

"মই প্ৰশান্ত।"

"তইঁত নেযাব নেকি ?"

"দেউতা, আপোনাৰ জ্বৰ বেছি, এৰি থৈ যাব নোৱাৰি। মই খবৰ পঠাইছোঁ। তাতে ৰজত দাদা আহিব নহয়।"

মই একো নেমাতিলোঁ। কিছু সময় চিলমিলকৈ টোপনি ধৰিলে। এটা সপোন দেখিলোঁ। হিমালয়ৰ ওপৰৰপৰা কোনোবাই এপাট শতঘ্নী বাণ মাৰিছে। সমগ্ৰ পৃথিবী ছাৰখাৰ হৈ গৈছে। কিন্তু বাণপাটৰ কুকুহাই আহি এখন ঘৰ পুৰি ছাই কৰি দিছে।

সাৰ পাই দেখিলোঁ, অমলা থিয় হৈ আছে। বেলি লহিয়াইছে। বেৰত এটা জেঠীয়ে টিক্‌টিকাইছে। ঘৰৰ চালত ঘৰ-চিৰিকাই কিচিৰ-মিচিৰ কৰিছে।

অমলাই সুধিলে—"দেউতা অলপ ভাল পাইছে ?"

"মোৰ নো কি হৈছিল ?"

"মূৰ্চ্ছা গৈছিল।"

"তইঁত নগলি ?

"আমি যাওঁ কেনেকৈ ?"

খিৰিকীখন বন্ধ আছিল, খুলি দিবলৈ কলোঁ অমলাক। ফেৰফেৰীয়া এজাক বতাহে আহি অমলাৰ আঁচল উৰাই নিব খুজিছে। মই দেখিলোঁ অমলাৰ চকু উখহি আছে, মুখখন শেঁতা।

মই সুধিলোঁ—"প্ৰশান্ত ক'লৈ গ'ল ?"

অমলাই কলে—"ডিব্রুগড়লৈ গৈছে।"

"কিয় মোৰ বেমাৰ টান নেকি ?"

"নহয়।"

"তইঁতে কথা লুকুৱাইছ। কিন্তু মই গম পাইছোঁ, কিবা এটা মোৰ হৈছে। মাৰ আহিল নে ?"

"ওহোঁ। খবৰ কৰাইছোঁ।"

"ৰজত অহাৰ খবৰটো দিলে তেওঁ আহিব।"

অমলাই কলে—"খবৰ পাব পায়, খবৰ-কাগজ, ৰেডিঅ' সকলোতে ওলাইছে।"

হঠাতে মই সুধিলোঁ,—"তই আই, ৰজত আহিলে খুব ধীৰে-সুস্থিৰে তাৰ আগত থিয় হৈ কথা কব পাৰিবি ?"

"লাজ লাগিব।"

"খালি সিমানেই ? এবাৰলৈকো তোৰ ভাব নহব যে এই মানুহটোৱে তোক সৰ্ব্বস্ব দি ভাল পাইছিল ?"

মোৰ চকু দুটা বোধহয় হিংস্রক বাঘৰ দৰে জ্বলিছিল। অমলাৰ হাতত এটা আইনাৰ খালী গিলাচ আছিল, হঠাত পৰি.ঠনাতকৈ ভাগি থাকিল।

মই কলোঁ—"তোৰ হৃদয় ইমান নিৰ্দ্দিয় নে যে তই তাৰ বাবে গোপনে এটোপাল চকুপানীও নেপেলাবি ?"

অমলাৰ হৃদয়ৰ সোঁ-মাজত মোৰ কথাৰ শিল-গুটিবোৰ ঠনৰ-ঠনৰকৈ পৰিছিল। মোৰ হৃদয়ত গোপনে গোপনে উমি উমি জ্বলি থকা, ভয়ানক অক্ষমাৰ একুৰা জুয়ে তাইক যেন নিমিষতে পুৰি পেলাব খুজিছিল। ময়ে তাইক প্ৰশান্তৰ লগত বিয়া পাতি দিছোঁ, ময়েই বোৱাৰী কৰিছোঁ। মই তাইক খুব চেনেহ কৰোঁ, কিন্তু তাই যেন ভুল-পাত্ৰত বিগলিত হৈ এটা অদ্ভুত আকাৰ ধৰি.ছে। সেয়া তাইৰ নিজৰ আকাৰ নহয়। তাই কিয় ধৈৰ্য্য ধৰি তালৈ বৈ নেথাকিল ? আৰু কেইদিনমান

বোৱা হলে, হয়তো এই বিপর্য্যয়, এই বিনিদ্ৰ-ৰাত্ৰি যাপন, এই অনাহাৰ, এই নিৰ্য্যাতন সকলোবোৰ নহলহেঁতেন। অভাগিনী, তই এতিয়া কেনেকৈ মুখ উলিয়াবি ৰজতৰ আগত?

অমলা হঠাতে ভাগি পৰিল আৰু উপায়হীন হৈ মোক কলে —"আপুনি নিৰ্দ্দয়, আপুনি অসুৰ! কিয় বোৱাৰীৰ বুকুত সুপ্ত হৈ থকা পুৰণি সম্পৰ্কৰ কথা জগাই দিলে? তাতকৈ মোক পুৰি নেমাৰিলে কিয়? মা, মা—তোমাৰ লগতে লৈ নগলা কিয়?"

মই খুব সুখী হলোঁ। কিন্তু কিমান পৰলৈ? অলপ পিছতে দেখিলোঁ, অমলাৰ বিবৰ্ণ মুখ আৰু বিবৰ্ণ হৈ পৰিছে।

তাই গুচি গ'ল। সিটো কোঠাৰপৰা শুনিলোঁ তাই উচুপিছে। অসহ্য হৈ চিঞৰিলোঁ—"মোৰ ওচৰলৈ কোনো নাহিবি, গুচি যা, গুচি যা।"

হঠাতে কপালত কাৰোবাৰ চিনাকি হাতৰ স্পৰ্শ অনুভৱ কৰিলোঁ, সুধিলো—"কোন?"

"মই প্ৰমীলা।"

"গুচি যোৱা। গুচি যোৱা। মোক কাকো নেলাগে।"

## ॥ সাত ॥

মোৰ বেমাৰ ভাল হোৱা নাছিল, কিন্তু শাম কাটিছিল। সেই কাৰণে ৰজতৰ বাবে কৰা নতুন ৰুমটো সজাৰ কাম সম্পূৰ্ণৰূপে বিমলাৰ ওপৰতে এৰি দিদি, ময়ো তদাৰক কৰিছিলোঁ।

বিমলাই ৰজত অহাৰ আগদিনা মোক নি ৰুমটো দেখুৱালেগৈ। চেনিটেৰী লেট্ৰিন এটা বাথ-ৰুমেৰে সৈতে বিমলাই নিজৰ খৰচেৰে কৰি দিছিল। তাই তেতিয়া বিবাহ বিচ্ছেদ কৰি মুকলি-মুৰীয়া হৈছিল। মুখত নকৈ ফুলা ফুলৰ দৰে হাঁহি ফুটিছিল, আৰু অন্তৰৰ উদ্যমে সকলো

বন্ধনৰ বান্ধোন ছিণ্ডি স্বনির্ব্বাচিত কর্ম্মক্ষেত্রলৈ গতি কৰিছিল।

তাই মোক কলে—"ৰজত আহি পোৱাৰ পিছতে মই মার্ঘেৰিটালৈ যাম। তাত ৰণত মৰা বা বিপর্য্যস্ত হোৱা সৈন্যসকলৰ লৰা-ছোৱালীৰ শিক্ষাৰ বাবে এখন স্কুল খুলিছে, তাতে কাম কৰিম।"

মই কলোঁ—"যাবি। ভগৱানে তোৰ মঙ্গল কৰক।"

তাই এই কঠোৰ বাস্তৱতাৰপৰা পলাই সাৰিব খুজিছিল। যাওক, বেচেৰীয়ে তেও শান্তি পাব, দেশৰো এফেৰি কাম হব।

গোটেই ঘৰখনে ৰজতক আদৰিবৰ বাবে সাজি-কাচি আছিল। মই নিজে মানুহ লগাই ফুলনিখন চাফা কৰালোঁ, কাৰণ ফুলনিত বন হ'লে ৰজতে বৰ দুখ পায়, তাৰ অন্তৰখন বৰ কোমল।

প্রমীলাই ঘৰত চূণ-তেল দিয়াইছিল, আৰু গৰু-ছাগলী-হাঁহৰ গঁৰালবোৰ ভালকৈ চাফা কৰাইছিল, কাৰণ লেতেৰা গঁৰাল দেখিলে ৰজতে বৰ খং কৰে আৰু কয়—'মোৰ পিত্ত জ্বলি যায় দেউতা।'

তাৰ ৰুমটোত এখন ভাল খাট আনি পৰা হৈছিল। ছবি কেইখন-মান আঁৰি দি ৰুমটো সুন্দৰ কৰিবলৈ সকলো প্রকাৰে যত্ন কৰিছিলোঁহক।

প্রশান্তয়ো খুব আগ্রহেৰে ঘৰৰ চেহেৰা ভাল কৰাত লাগি গৈছিল। মই বেঙ্কত সঞ্চিত ধন কিছু তাৰ হাতত দি দিছিলোঁ। সি ঘৰৰ পর্দ্দাবোৰ নতুনকৈ কৰিছিল, আৰু পদূলিমুখৰ কাঠৰ গেটখনত ৰং লগাইছিল। কজলা-নীলাৰ মাজতে ৰংটো

কিন্তু মাজে মাজে প্রশান্তলৈ মোৰ বৰ ভয় লাগিছিল—যেতিয়া নিজৰ কোঠাত দুৱাৰ মাৰি অমলাৰ লগত কথা পাতে। ৰজতৰ প্রতি তাৰ চেনেহ আৰু শ্রদ্ধা অটুট আছিল, কিন্তু তথাপিও যেন মাজে মাজে সি তাক প্রতিদ্বন্দ্বীৰ চকুৰে চাইছিল।

ৰাতিলৈ এবাৰ ৰুমৰপৰা অমলা উঠি যোৱা শুনিছিলোঁ প্রমীলাৰ কোঠালৈ। প্রশান্তই হেনো চকুৰ টিপ নমৰাকৈ তাইলৈ চাই আছিল।

সেই চাৰনিয়ে তাইক থকা-সৰকা কৰিছিল। মাজে মাজে হেনো কিবা এটা সুধিব খুজি আকৌ বৈ গৈছিল। চাৰনিত হেনো ভয়ঙ্কৰ একুৰা জুই জ্বলিছিল।

প্ৰমীলাই তাইক বুজনি দি কলে—'একো নহয় সেইবোৰ। মতা মানুহবোৰৰ মাজে মাজে তেনেকুৱা হয়। কিন্তু তিৰোতাই সেইবোৰলৈ কেৰেপ কৰিব নেলাগে। লাই দিলেই মস্কিল।'

'লাই দিলেই মস্কিল'—এইটো প্ৰমীলাৰ নিজৰে কথা। মোৰ মানসিক ভয়-ঈৰ্ষা এইবোৰক তেওঁ সদায় এইদৰে উকৰাই দিয়ে। সেই এপালি দৰবেই তেওঁ জানে। সেই পালিকে দিলে অমলাক।

প্ৰমীলাৰ উপদেশ মতে অমলা ভিতৰলৈ ঘূৰি গৈছিল। কিন্তু ওৰে ৰাতি সিহঁত শোৱা নাছিল। কথা পতাৰ শব্দও শুনা নাছিলোঁ, সাৰে থকাৰ হে উমান পাইছিলোঁ।

মই গোটেই ৰাতিটো বহি ভাবিলোঁ—এইদৰে থকা দেখিলে ৰজতে ভয়ানক মনোকষ্ট পাব। মনে মনে ভাবিলোঁ, কি কৰিলে ভাল হব। উদ্বেগ-অশান্তিত ৰাতি টোপনি নধৰিলে। পুৱালৈ অলপ গা বেয়া লাগিল। সেইদিনা মই খুব প্ৰত্যুষতে উঠিলোঁ, আৰু ঘৰখনকো জগাই দিলোঁ।

অন্য কিবাকিবি কামত ব্যস্ত হলোঁ। কিছুপৰ সেই দৰে গ'ল। ফুলনিৰপৰা এবাৰ এপাহ। গোলাপ ফুল তুলি আনিলোঁগৈ। ফুলপাহ হাতত লোৱাৰ লগে লগে অন্তৰত এটা সমাধান পালোঁ।

মই বিমলাক মাতি কলোঁ—"বিমলা, ৰজতক আগবঢ়াই আনিবলৈ যাবি নেকি ?"

বিমলা অবাক হ'ল—"দেউতা, যাব লাগিব নেকি ?"

"গলে ভাল হয় নেকি ?"

"কিন্তু কেতিয়া প্লেন আহে একো কব নোৱাৰোঁ, তদুপৰি যাব লাগিব মোহনবাৰীলৈ।"

"তথাপি যাব পাব নে চাচোন।"

বিমলাই মোৰ ব্যস্ততা আৰু ব্যগ্ৰতা দেখি কলে—"যাম বাৰু।"

বিমলাক কিয় যে কষ্ট দিলোঁ যাবলৈ কৈ—কব নোৱাৰিলোঁ। বজতে যাতে কোনো ত্ৰুটি নেদেখে—আদৰণি কৰাত, সেয়ে মোৰ কামনা। তাক সন্তুষ্ট কৰিবলৈ মই নকৰিবলগীয়া কামো কৰিছিলোঁ।

মই এইবাৰ প্ৰশান্তক মাতি আনি কলোঁ—"প্ৰশান্ত মই পদূলি-মুখৰপৰা তাক আগবঢ়াই আনিম। অহাৰ লগে লগে খবৰ দিবি।"

প্ৰশান্তই হঠাতে মোৰ হাতখন লৈ পৰীক্ষা কৰিলে। তাৰ পিছত শুবলৈ কলে বিচনাত। ওচৰতে সি বহি ললে।

তেতিয়া মোৰ গাত জ্বৰ আছিল। প্ৰশান্তই বিচনাৰপৰা উঠিবলৈ নিদিলে। সি কলে—"দেউতা, আপুনি পদূলিমুখলৈ নগলেও বজত দাদাই বেয়া নেপায়।"

অলপ পৰৰ পাছতে প্ৰমীলাই আহি মোৰ ভাল সাজযোৰ পিন্ধাই দিলে মোক। সৈনিকৰ সাজটো পিন্ধিলেই মই সদায় সুখী হওঁ। চাৰ্টটো আৰু লংপেণ্টটো খুব সন্তৰ্পণে পিন্ধি ললোঁ। প্ৰমীলাই মুৰ আঁচুৰি গাত অকণমান চন্দনৰ তেল ঘাঁকি দিলে। মনটো ভাল লাগি গ'ল।

মই প্ৰশান্তক সুধিলোঁ—"আৰু বাচিম নে গোটাদিয়েক দিন, প্ৰশান্ত ?"

প্ৰশান্তই হাঁহি কলে—"আপোনাৰ যে কথাবোৰ আৰু। আপুনি বহুত দিন থাকিব।"

প্ৰশান্তৰ চকুকেইটা ৰঙা দেখি সুধিলোঁ—"ৰাতি টোপনি হোৱা নাই নেকি ?"

প্ৰশান্তই একো নেমাতিলে, হঠাতে অন্যমনস্ক হৈ গ'ল। আজি-কালি সি হঠাতে এনেকৈ অন্যমনস্ক হৈ যায়। কিবা এটা ভয়ে তাক সঁচা কথা কবলৈ নিদিয়ে।

"কি হ'ল ?"

"একো হোৱা নাই দেউতা।"

মই হাঁহি কলোঁ—"তোক লৈ মোৰ সদায় এটা ভয় আছে জান নে ?"

"কি ভয় ?"

মই তাৰ চকুলৈ চালোঁ—"তোৰ এটা চকু কণা।"

"মানে ?"

"মানুহৰ অন্তৰৰ সত্য তই নেদেখ........।"

প্ৰশান্ত মনে মনে ৰ'ল। সি বুজিলে মই কি কৈছোঁ। সি উত্তৰ দিলে—"দেউতা, ডাক্তৰী পঢ়ি পঢ়ি মানুহক কেৱল দেহৰ ৰূপতহে দেখিছোঁ। সঁচাকৈয়ে মই মানুহৰ অন্তৰ চাব নেজানো। বিশেষকৈ কথা সৰল নহলে মই একো ধৰিব নোৱাৰোঁ।"

হঠাতে মই কলোঁ—"অমলা খুব ভাল ছোৱালী।"

প্ৰশান্তই মোৰ মুখলৈ চালে, একো নেমাতিলে।

"কি হ'ল ?"

"অমলা বৰ জটিল ছোৱালী দেউতা।"

"তেতিয়া হলে সংসাৰৰ প্ৰত্যেকটো মানুহেই জটিল।"

প্ৰশান্ত ৰ'ল। সি কিবা এটা কব খুজি আকৌ ৰ'ল। মই তাক উছাহ দিবৰ মনেৰে কলোঁ—"ক, সঙ্কোচ নকৰিবি।"

প্ৰশান্তই কলে—"মই তাইক যিমান সৎ বুলি ভাবিছিলোঁ, সিমান সৎ নহয়।"

"কেনেকৈ জানিলি ?"

প্ৰশান্তই মোলৈ চালে,অকল চকুলৈ নহয়—চকুৰ মণিৰ ভিতৰলৈকে চালে। তাৰ পিছত কলে—"আপুনি জানে। এইবোৰ কথা আপোনাক কবলৈ মোৰ লাজ লাগে।"

মোৰ গাল দুখন ৰঙা পৰি গ'ল লাজত। পুতেক-বোৱাৰীয়েকৰ

ভিতকৰা জীৱনৰ কথা জনা বাস্তৱিকতে লাজৰ কথা এইখন সমাজত। কিন্তু মই জ্ঞানচক্ষুৰে দেখা পাইছিলোঁ লাজৰ সময় এইটো নহয়। গোটেই পৰিয়ালটোক এটা আগন্তুক বিপদৰপৰা বচোৱাৰহে সময়।

মই উত্তৰ দিলোঁ—"কাৰ আগত লাজ কৰিছ প্ৰশান্ত? মই তোৰ বাপেৰ, যোল বছৰৰ পাছত বাপেক-পুতেকক বন্ধু বুলি ধৰিব পাৰি। ক, সঙ্কোচ নকৰিবি।"

প্ৰশান্তই কলে—"বৰ দুখৰ কথা দেউতা।"

"কি?"

"অমলাই মোতকৈ বজত দাদাক বেছি ভাল পায়।"

"কেনেকৈ জানিলি?"

"এই কেইদিন তাইৰ আচৰণত ফুটি উঠিছে।"

অলপ পৰ ৰ'ল প্ৰশান্ত। তাৰ পাছত আকৌ কলে—"তাই মোক খুব অন্যায় কৰিছে, হয়তো নিজে নজনাকৈ কৰিছে।"

মই একো নেমাতিলোঁ, প্ৰশান্তই হুমুনিয়াহ এৰিলে। খিড়িকীয়েদি এজাক জুৰ মলয়াই আহি তাৰ কেঁকোৰা চুলিবোৰ কঁপাই দিলে। তাৰ জোঙা নাকটোৰ আগটো খুব ৰঙা পৰিল।

মই কলোঁ—"সকলো একে তেজ-মঙহৰ মানুহ প্ৰশান্ত। তোক একো অন্যায় কৰা নাই।"

প্ৰশান্তই কলে—"আপুনি ওপৰে ওপৰে কথা কৈছে। আপোনাক সকলো কথা মই কবও নোৱাৰোঁ, আৰু কোৱা আৱশ্যকো নকৰে।"

মই দেখিলোঁ, বিপদৰ ডাৱৰ আঁতৰা নাই তেতিয়াও।

অলপ পাছতে প্ৰশান্ত ওচৰৰ এঘৰলৈ ওলাই যাওঁতে মই অমলাক মতাই অনালোঁ। দেখিলোঁ তাইৰ গাৰ কাপোৰ-কানি অতি সাধাৰণ, মুখ অতি বিষণ্ণ।

তাই আহিয়েই মোলৈ চাই সুধিলে—"দেউতা গা কেনে পাইছে? মই খবৰ কৰিবলৈ সময়েই পোৱা নাই।"

"কি কৰিছিলি নো ?"

"বাৰীত মাটিকাঁদুৰী আৰু ঢেঁকেচি শাক বুটলিলোঁ। মাই কৈছে, দাদাই হেনো এই দুটা বস্তু খাই বৰ ভাল পায়।"

মই হাঁহি কলোঁ—"শাক-পাচলিত তাৰ ৰুচি সৰুৰেপৰাই।"

"আপুনি মাতিছিল যে, কিয় ?"

"অঁ আই, তোক এটা কথা কবলৈ মাতিলোঁ।"

"কি কথা দেউতা ?"

"সেই দিনা বেমাৰৰ জ্বালত, মই তোক ঠিক উপদেশ দিব নোৱাৰিলোঁ, বুজিছ নে ?"

অমলা নিৰুত্তৰ হৈ ৰ'ল।

"শুন আই ! ঘৰখনৰ মঙ্গলৰ কাৰণে তোক মই এটা অনুৰোধ কৰোঁ।"

"কি কওক।"

"মই সেই দিনা বেমাৰৰ ভমকত, তোৰ অন্তৰত ৰজতৰ স্মৃতি জগাই দি বৰ ভুল কৰিলোঁ। তই এদিন ঠিকেই কৈছিলি, মই নিৰ্দ্দয়, মই অসুৰ।"

অমলাই উত্তৰ দিলে—"আপুনি একো মিছা কথা কোৱা নাই। মই ৰজতদাক এতিয়াও পাহৰিব পৰা নাই। বিয়া নহল বুলি মানুহে মানুহৰ মৰম পাহৰিব পাৰে নে ?"

মোৰ বুকুখন চিৰিংকৈ গ'ল। বৰ সৰল পোনপটীয়া ছোৱালী অমলা। তাই বুজা নাই সংসাৰখন কিমান জটিল। মই কলোঁ—"কিন্তু তই পাহৰি পেলা। পাহৰি নেপেলালে গোটেই ঘৰখনৰে বেমেজালি হব। প্ৰশান্ত ইতিমধ্যে ঈৰ্ষাত ডেই-পুৰি মৰিছে।"

"দেউতা তেখেতে মোক ভাল কথা এষাৰো কব নোৱাৰাত পৰিছে। মই দেহাটোক শাসন কৰিব পাৰোঁ; কিন্তু মনটোক নোৱাৰোঁ। একোবাৰ ভাবোঁ, এজনৰ পত্নী হৈ আন এজনৰ কথা ভবা অন্যায়

হৈছে। কিন্তু পিছ মুহূৰ্ত্ততে মনটো ভাগি যায়।"

মই কলোঁ—"নাই নাই, তই বজতৰ কথা একেবাৰে পাহৰি পেলা। নহলে ভয়ানক কাণ্ড হব পাৰে। প্ৰশান্ত বৰ একাচেকা লৰা। তাৰ মগজুত ঘিউ নাই। বেছি কথা ভাবিব নোৱাৰে।"

"মই নোৱাৰোঁ দেউতা।"

"পাৰিবি। ঘৰখনৰ কাৰণে এইকণো ত্যাগ কৰিব নোৱাৰিবি নে ?"

অমলাই কলে—"ময়ো ভাবিছোঁ, কিন্তু মই বৰ দুৰ্ব্বল হৈ যাওঁ দেউতা।"

"তই প্ৰশান্তক জানো ভাল নাপাৱ ?"

অমলাই কলে—"ভাল পাওঁ। কিন্তু মানুহটোৰ মাজত কিবা এটা যেন নাই।"

"কি নাই ?"

"যিটো হলে নাৰীয়ে একান্তমনে নিৰ্ভৰ কৰিব পাৰে মতা মানুহৰ ওপৰত।"

অকণমান ছোৱালীজনীয়ে প্ৰশান্তৰ অন্তৰখন ইমান সূক্ষ্মভাৱে কেনেকৈ দেখা পালে ? যিটো অভাৱ, আজীৱন লক্ষ্য কৰি বেলিয়ে-ময়ে দেখা পাইছিলোঁ, সেইটো অমলাই দুদিনতে ধৰা পেলালে। মই কলোঁ—"তাৰ আত্মা নাই।"

অমলাই কলে—"জানোঁ, আত্মাৰ কথা মই নেজানো। তেখেতৰ মন উদাৰ নহয়। মোলৈ যদি অলপো সহানুভূতি থাকিলহেঁতেন, তেন্তে বুজিলেহেঁতেন মই তেখেতক অন্যায় নকৰাকৈও আগৰ মানুহজনক মনত ঠাই দিব পাৰোঁ।"

অমলাৰ কথা যুক্তিসঙ্গত সন্দেহ নাই, কিন্তু প্ৰশান্তৰ খহটা হৃদয়ত যুক্তিৰ ঠাই নাই। সি এটা পশু। নিজৰ ইচ্ছা আৰু বিবেকৰ বিৰুদ্ধেও তাইক কলোঁ—"সকলো বুজিছোঁ অমলা, কিন্তু মই স্বাৰ্থপৰ, ঘৰখনৰ মঙ্গল আৰু শান্তিৰ বাবে তোক মই অনুৰোধ কৰিছোঁ, তই

যেনে তেনে ৰজতক পাহৰি পেলা। ভাগ্য তোৰো বেয়া, আমাৰো বেয়া। ৰজত জীয়াই থকা বুলি জনাহেঁতেন, এই দুৰ্ঘটনা হবলৈ কেতিয়াও নিদিলোহেঁতেন আই, কেতিয়াও নিদিলোহেঁতেন।"

অমলা মোৰ লাখুটিডালৰ দৰে নিষ্প্ৰাণ হৈ থিয় হৈ ৰ'ল। মই বুজিলোঁ, তাইক বলে পৰাতকৈ বেছি ত্যাগ কৰিবলৈ কৈছোঁ।

মই মনে মনে ৰলোঁ। অমলা কিছুপৰ তাতে বৈ আছিল। হঠাৎ প্ৰমীলাৰ মাত শুনি লৰালৰিকৈ তাৰপৰা বাৰীলৈ গুচি গ'ল।

অলপ সময়ৰ মূৰত ৰণচণ্ডীৰ মূৰ্ত্তি ধৰি প্ৰমীলা ওলালহি। মোক শুনাই কলে—"আপোনাৰ কি স্বভাৱ হয় নে? পুতেক-বোৱাৰীয়েকৰ লগত এইবোৰ কথা পাতিবলৈ লাজ নেলাগে নে? কি নকৰা কামটোনো হ'ল আমাৰ ঘৰত? ছিঃ ছিঃ, ঘৰতে আপুনি সুন্দ-উপসুন্দৰ কাজিয়া সৃষ্টি কৰিব খুজিছে।"

মই বুজিলোঁ, এইবোৰ ধুমুহাৰ আগজাননী। জ্বৰ বেছিকৈ উঠাৰ ভাও ধৰি কম্বলখন মূৰে-গায়ে টানি লৈ শুই পৰিলোঁ।

প্ৰমীলা ক্ষান্ত নহল, কলে—"মোৰ যে আগতে এজনৰ লগত হোম-পুৰি বিয়া হৈছিল, তাৰ বাবে আপোনাৰ লগত মোৰ মিল হোৱা নাই নেকি? আপুনি বেলিক আনিব খুজিছিল বুলি মোৰ লগত সংসাৰ নপতাকৈ থাকিল নে? এইবোৰ কথা লৈ সৰু লৰা-ছোৱালীৰ লগত আলোচনা কৰি কি কৰিব খুজিছে? ঘৰখন ভাঙিব খুজিছে?"

যিটো সমস্যা মই আটাইতকৈ ডাঙৰ সমস্যা বুলি গণ্য কৰি-ছিলোঁ, সেইটো সমস্যা প্ৰমীলাই সাধাৰণ জ্ঞানৰ দ্বাৰা সমাধান কৰি পেলাব খোজা দেখি প্ৰথমতে মই ভিতৰি ভিতৰি গভীৰভাৱে অসন্তুষ্ট হৈছিলোঁ; কিন্তু যেতিয়া বুজিলোঁ, মোৰ ভাবপ্ৰৱণতাতকৈ তেওঁৰ উপস্থিত বুদ্ধিয়ে প্ৰশান্ত-অমলা-ৰজতৰ গোলমলীয়া মনৰ সমস্যা সমাধান কৰাত বেছি কাম দিব, তেতিয়া প্ৰমীলাৰ গ্ৰাম্য তিৰস্কাৰ আৰু আঁহফলা যুক্তিবোৰৰ প্ৰতি বিৰাগ দেখুউৱাৰ সলনি সেইবোৰলৈ

অধিক শ্ৰদ্ধা প্ৰদৰ্শন কৰিবলৈ বাধ্য হলোঁ।

মই কলোঁ—"প্ৰমীলা, তিৰস্কাৰ নকৰিবা। যদি ভাবিছা মই নলগা জেওত লাগি ঘৰ ভাঙিব খুজিছোঁ, তুমি তাৰ ভাৰ লোৱা। মই তেতিয়া নিশ্চিন্ত হওঁ।"

প্ৰমীলাই কলে—"আপুনি ঘৰ ভাগিব ভাগিব বুলি কৈ আপদ চোঁচোবাই থাকিলে ঘৰ ভাগিবই। আপুনি বেমাৰী মানুহ, নিশ্চিন্ত মনে শুই থাকক। মোৰ লৰা মই চম্ভালিম। একো চিন্তা নাই। মোৰ ঘৰত হুদুৰেই পৰিছে নে ফেঁচাই পৰিছে—ঘৰ ভাগিবলৈ?"

মই মনে মনে অসন্তুষ্ট হওঁ ছাবি সকাহহে পালোঁ। মই উত্তৰ দিলোঁ—"তুমি মোতকৈ বেছি জানা এইবোৰ কথা।"

প্ৰমীলাই কলে—"জানিবলৈ আৰু আছে কিটো; যাৰ কন্যা তাৰ বিবাহ।"

প্ৰমীলা গুচি গ'ল। মই দেখিলোঁ, প্ৰমীলাৰ সকলো সমাধানেই বহিৰ্মুখী। অন্তৰত স্থান নাই যেন লাগে দেখাত। মোৰ সমাধান হ'ল অন্তৰ্মুখী। প্ৰমীলাই বাহিৰৰ ৰীতি আৰু শৃঙ্খলাৰে তিনিওটাৰে আচৰণ নিয়ন্ত্ৰিত কৰিব খোজে। এই ৰীতি আৰু শৃঙ্খলা যুগ-যুগান্তৰ ধৰি সমাজে মানি আহিছে, আৰু আজিও মানিব লাগিব। 'যাৰ কন্যা তাৰ বিবাহ'। কোনোবাই যদি 'নিজৰ কন্যা নেপালোঁ' অথবা 'নিজৰ দৰা নেপালোঁ' বুলি দুখ কৰে, তেন্তে সেইটো তাৰ সমাজ-বিৰোধী কাম হব। সমাজ স্পষ্ট, কঠোৰ, আৰু ভয়ানক। মই বিচাৰিছিলোঁ অমলাই অন্তৰৰ শৃঙ্খলাৰে তাইৰ দুমুখীয়া প্ৰেমৰ সাপডালৰ এটা মুখ সম্পূৰ্ণৰূপে বিষহীন কৰি পেলাওক। এই মুখ ভঙাৰ আন এটা নাম ত্যাগ। অমৃত মন্থন কৰোঁতে গৰল ওলায়, ই প্ৰকৃতিৰ ৰীতি। সেই গৰল পান সকলোৱে নকৰে, কৰে—যি পান কৰিবৰ বাবে সকলো ফালে উপযুক্ত—অৰ্থাৎ যি নীলকণ্ঠ। অমলাই এই নীলকণ্ঠৰ ভূমিকা লওক, এয়েই মোৰ ইচ্ছা আছিল।

কিন্তু মই বুজিছিলোঁ, প্ৰত্যেকৰে অন্তৰৰ অহঙক জগাই তোলাৰ পৰিণাম ভয়ানক হয়। সেই কাৰণে মই প্ৰমীলাৰ তিৰস্কাৰ শুনি নিৰ্ব্বিবাদে সেই আশঙ্কাৰ কথা জানিব পাৰি তেওঁৰ পটু হাতত সমস্যা সমাধানৰ ভাৰ এৰি দিলোঁ।

বিমলা যাবলৈ ওলাই আহিছিল, সাজ-পাৰ পিন্ধি—হাতত এখন টেলিগ্ৰাম লৈ।

মই সুধিলোঁ—"টেলিগ্ৰাম কাৰ বিমলা ?"

"আথেইৰ।"

"কি লিখিছে ?"

"আথেই নিজৰ দেশলৈ যাবগৈ, যোৱাৰ আগতে বিদায় লৈছে "

মই হাঁহি কলোঁ—"এইটো বিদায় নহয় চিৰবিদায় !"

"কিয় দেউতা ?"

"আথেই এনেকুৱা এখন দেশলৈ যাব, য'লৈ গলে মানুহৰ আৰু খবৰ পোৱা নাযায়।"

বিমলাই কলে—"চীন দেশৰপৰা খবৰ ওলোৱা বৰ মস্কিল দেউতা। কিন্তু আথেইৰ এই সিদ্ধান্তত মই বৰ বং পাইছোঁ।"

"কিয় বিমলা ?"

"এই দেশত তেওঁৰ আৰু স্থান নাই।"

অলপ ৰ'ল বিমলা, তাৰ পিছত কলে—"আৰু এইখন হৃদয়তো তেওঁৰ স্থান নাই।"

"তই এতিয়া সুখী নহয় নে বিমলা ?"

"খুব সুখী। মই যাওঁ, ৰজতক লৈ আহোঁগৈ। বেলিয়েই হ'ল।"

হঠাতে বাহিৰত এখন গাড়ী ৰ'লহি। বিমলাই খিড়িকীৰে চাই কলে—মিলিটাৰীৰ গাড়ী আহিছেচোন। কোনোবা এটা নামিছে।"

তাৰ পিছত তাই চিঞৰি কলে—"ৰজত ! ৰজত !!".

পদূলিমুখৰপৰা কোনোবাই চিঞৰিলে—"বাইদেউ।"

ৰজতেই হয়। তাৰ মাতটো মই ধৰিব পাৰিছোঁ। মই বিচনাত উঠি বহিলোঁ। বিমলা দৌৰি ওলাই গ'ল।

অলপ পৰৰ পিছত গৰপ গৰপ শব্দ কৰি ৰজত সোমাই আহিল। হাঁহকণীয়া চকু, ওফোন্দা গাল, মিঠাবৰণীয়া ৰং, আটিল গা আৰু কিচকিচীয়া ক'লা চুলি। গাত এটা ইষ্ট্ৰী কৰা মিলিটেৰী সাজ।

ৰজতে মোক দেখিয়েই কলে—"দেউতা, আপুনি ইমান খীণালে! হৈছে কি?"

মই তাক সাবট মাৰি ধৰি পিঠিত হাত বুলাবলৈ ধৰিলোঁ। তাৰ পিছত কলোঁ, "মোৰ কথা আৰু নকবি। চিন্তাই-ভাবনাই জুৰুলা হ'ল দেহ। বিছুৰপৰাই শয্যাশায়ী। তোক চাবলৈহে যেন ভেলটো বৈ আছে। তই যে ঘূৰি আহিবি, আমি সপোনতো ভৰা নাছিলোঁ। আমি ভাবিলোঁ তই মৰিলি······ ·· "

মোৰ কান্দোন ওলাই আহিল। তেনেতে প্ৰমীলাই আহি কলেহি— "লৰাটো পাইছেহিহে, কান্দিবলৈ পাইছে কিহে! আনন্দহে কৰিব লাগে। কাৰ লৰা এনেকৈ দেশৰ কাৰণে মৰিবলৈ যায়?"

ৰজতে মোৰ কোঁচৰপৰা ওলাই গৈ, হঠাতে মোৰ ভৰি ছুই সেৱা কৰিলে, তাৰ পিছত মাকৰ পদধূলি ললে। তাৰ পিছত কলে—

"বিছুৰ সেৱা কৰা বহুত দেৰি হৈ গ'ল মা, ক্ষমা কৰিবি।"

তেনেতে সি আৰ্ডালী এটাক মাতি চুটকেচ এটা অনালে। ততাতৈয়াকৈ চুটকেচটো খুলি এখন সুন্দৰ চাদৰ আৰু এখন ফিৰফিৰীয়া ধুতী উলিয়ালে। মোক ধুতীখন আৰু মাকক চাদৰখন দি কলে—"লৰালৰি হ'ল আৰু একো আনিব নোৱাৰিলোঁ।"

প্ৰমীলাই কলে—"যি আনিছ সেয়ে হব। মানুহটো ওলালিহি সেইটোৱেই আমাৰ পৰম ভাগ্য।"

ৰজতে এটা ব্লাউজ-পিচ্ উলিয়াই বায়েকৰ হাতত দি কলে— বাইদেউ, তোলৈ আনিছিলোঁ, হোঁ।"

বিমলাই হাত পাতি বঙা ফুটফুটীয়া ব্লাউজ-পিচটো লৈ কলে— "ক'ত কিনিলি ? বৰ ভাল যেন লাগিছে।"

আমি মন কৰিলোঁ চুটকেচত এটা পাটৰ পাঞ্জাবী আছে। তাৰ তলতে এখন মহীশুৰ-চিল্কৰ শাৰী।"

পাটৰ পাঞ্জাবীটো উলিয়াই বিমলাৰ হাতত দি ৰজতে কলে— "এইটো প্ৰশান্তৰ বাবে। আটাইকেইটা ডিব্ৰুগড়ত কিনা বুজিছ বাইদেউ।"

মহীশুৰ-চিল্কৰ শাৰীখন সি খুলিয়ালে, কিন্তু মেলা চুটকেচটোৰ ভিতৰত সেইখনৰ সুন্দৰ ৰূপে, আমাৰ সকলোৰে মন আকৰ্ষণ কৰিলে।

ৰজতে বায়েকৰ মুখলৈ চাই সুধিলে—"ভিনিহিদেউৰ খবৰ কি বাইদেউ ?"

বিমলাৰ মুখ ক'লা পৰি গ'ল।

মই এইবাৰ ভেদ ভাঙি দি আথেইৰ বিশ্বাসঘাতকতাৰ কথা কোৱাৰ লগে লগে, ৰজতৰ মুখ কঠোৰ হৈ পৰিল। সি কলে—"তই ঠিক কাম কৰিলি বাইদেউ !"

কথা কোৱাৰ লগে লগে তাৰ চকুযুৰি মোৰ ফালে ঘূৰিল। সি কলে—"এনেকুৱা অসৎ ব্যৱহাৰ আৰু পোৱা নাই দেউতা।"

"কাৰ কথা কৈছ, চীনাহঁতৰ কথা! অঁ, কচোন কি কব খুজিছিলি ?"

মই গাঁৰু এটাত আঁউজি ললোঁ। বিমলা মোৰ ভৰি-পথানতে বহিল। ৰজত থিয় হৈ ৰ'ল। প্ৰমীলাই দুৱাৰডলিৰ ওপৰত বৈ শুনিবলৈ কাণ পাতিলে।

ৰজতে কলে—"মই শেষলৈকে ট্ৰেন্সত আছিলোঁ, দেউতা। মোৰ সৈন্যবোৰে প্ৰাণটাকি এখন দলং ৰখিছিল। কিন্তু সিহঁতে কেউফালৰ-পৰা আমাক বেৰি ধৰিলেহি। তাকো আমি কব নোৱাৰাকৈ। যেতিয়া দেখিলোঁ দখল ৰখাৰ আৰু উপায় নাই, তেতিয়া পিছ হুঁহকি আহিবলৈ আদেশ দিলোঁ। আমি দুই ফাৰ্লংমান আহি টোৱাঙৰ

ফালে যোৱা এটা লুংলুঙীয়া চমু বাট ধৰিবৰ উদ্দেশ্যে এটা গহ্বৰৰ দাঁতিয়েদি নামিব খুজিছিলোঁ। কিন্তু তেনেতে সিহঁতে আমাক কিবীলি পাৰি বেৰি ধৰিলে। উপায়হীন হৈ বন্দী হলোঁ।”

“কোন দিনা ?”

“ঠিক মনত নাই। ২১।২২ অক্টোবৰ মানত হব।”

“তাৰ পিছত।”

“আমাৰ পাঁচোটা মানুহক সিহঁতে নামচু নৈ পাৰ কৰি লৈ গ’ল। দুদিনৰ মূৰত গৈ তিব্বতৰ এখন গাঁও পালোঁগৈ। নামটো পাহৰি গলোঁ। ডায়েৰীত লিখা আছে। তাতে আমাক এটা শিবিৰলৈ লৈ যোৱা হ’ল। বিষয়াৰ শাৰীৰ চীনা সামৰিক বাহিনীৰ মানুহ এটাই আমাৰ প্ৰত্যেকৰ নাম-ধাম, ঠিকনা লোৱাৰ উপৰিও আই-বোপাইৰ নাম, জাতি, ৰাজনৈতিক মত, আদিৰ ভালেমান অবান্তৰ প্ৰশ্ন সুধিবলৈ ধৰিলে।”

মই সুধিলোঁ—“যুদ্ধ-বন্দীক সেইবোৰ সোধাটো নিয়ম নহয়।”

“সিহঁতে একো নিয়ম নেমানে। সৌভাগ্যবশতঃ আমাৰ সৈন্য কেইটায়ো সেইবোৰ খবৰ দিবলৈ ৰাজী নহল। বৰ ভোক লাগিছিল। গাঁওখন অনুমান ১৩,০০০ ফুটমান ওখত হব। বৰফ পৰিছিল ঘঁাহনিত। কলোঁ, একুৰা জুই দিব পাৰে নেকি ? বহুত পৰলৈকে একো উত্তৰ নেপালোঁ। তেতিয়া আবেলি হৈছিল। আমাক এটা সৰু ঘৰলৈ লৈ যোৱা হ’ল। ঘৰটো বোধহয় তিব্বতীয়সকলৰ মঠ আছিল। বাহিৰৰ বাৰাণ্ডাত আমন-জিমনকৈ বৈ থকা এজন লামা দেখিলোঁ। লামাজনৰ চকুত এটা নিঃসহায়তাৰ ভাব। আমি সোমাই যোৱাৰ লগে লগে ৰুটি আৰু মাখন খাবলৈ দিলে, লগতে একোটা মাগত এমাগ এমাগ ফিকা চাহ দিলে। এজনী গাভৰু চীনা ছোৱালীয়ে আমাক চাহ দিছিল। তাই হিন্দী আৰু অসমীয়া ( ভঙা, ভঙা ) জানিছিল।”

বিমলাই সুধিলে—“অসমীয়াও জানিছিল ?”

"অঁ। সিহঁত যেতিয়া অসমত সোমাবলৈ আহিছিল, অসমীয়া শিকাই দোভাষী অনা একো আচৰিত নহয়। তাত আচৰিত হবলগীয়া একো নাই। আচৰিত হলোঁ অলপ পাছত, যেতিয়া ছোৱালীজনীয়ে ৰাজনীতিৰ কথা আৰম্ভ কৰিলে।"

"ৰাজনীতি ?"—( আচৰিত হৈ মই সুধিলোঁ )—"সিহঁতে বন্দীকতো ৰাজনীতিৰ কথা সোধা উচিত হোৱা নাই।"

ৰজতে হাঁহি জেপত হাত সুমুৱালে, তাৰ পিছত কলে—"দেউতা, সিহঁতে একো নিয়ম নেমানে। আপুনি শুনিলে তবধ মানিব, সেই বিমলা বাইদেউৰ সমান ছোৱালীজনীয়ে আমাক বুজাবলৈ ধৰিলে, চীনৰ গাত একো দোষ নাই, দোষ কেৱল নেহৰুৰ গাত।"

বিমলাই শ্লেষেৰে কলে—"দোষ নাই !"

ৰজতে কলে—"এঘণ্টামান বক্তৃতা দিয়াৰ পাছত আমাক সিহঁতে কলে, চীন দেশ কিমান ভাল, তাত কিমান উন্নতি হৈছে, সিহঁতৰ ৰাজনৈতিক আদৰ্শ কিমান উন্নত।"

ৰজত ৰ'ল, তাৰ পিছত কলে—"বক্তৃতা এঘণ্টামান চলাৰ পিছত তিতা লাগি মই কলোঁ—"আইদেউ, আপোনাৰ বক্তৃতা শুনাই একো লাভ নাই। আমাক ক'ৰবাত শুবলৈ ঠাই দিয়ক।"

আমি আটায়ে হাঁহিবলৈ ধৰিলোঁ। হাঁহিত প্ৰশান্তৰ মাতটো শুনি বুজিলোঁ যে সিও ইতিমধ্যে উভতি আহিছে। প্ৰশান্তক দেখা পাই ৰজতে হঠাতে আগবাঢ়ি গৈ তাক গৰা মাৰি ধৰি টানি আনিলেগৈ।—"ভালে আছ নে ?"

প্ৰশান্তই কলে—"আছোঁ, তোমাৰ কথাবোৰ শুনি বৰ ভাল লাগিছে। ব'ব নেলাগে, কৈ যোৱা।"

ৰজত তথাপি ৰ'ল আৰু বিমলাৰ হাতৰপৰা পাঞ্জাবীটো লৈ প্ৰশান্তৰ হাতত দি কলে, "হোঁ, তোলৈ আনিছিলোঁ এইটো।"

প্ৰশান্তই পাঞ্জাবীটো হাতত লৈ এচুকৰ চকী এখনত বহিলগৈ।

মই ৰজতকো বহি লবলৈ কলোঁ।

প্ৰমীলাই কলে—“চাহ-তাহ কিবা খাবি নেকি ৰজত ?”

ৰজতে উত্তৰ দিলে—“নেলাগে মা, একেবাৰে ভাত খাম।”

প্ৰমীলা পাকঘৰলৈ সোমাই গ'ল। ৰজতে আকৌ কবলৈ আৰম্ভ কৰিলে—“আইদেউৰ খণ্ডে মুৰৰ চুলি পালেগৈ। মোক তুৰন্তে নি এটা নিৰ্জন আন্ধাৰ কোঠাত সুমাই থলেগৈ। সেই যে সুমুৱালে, তাৰ পাছৰ-পৰা আৰু আহিবৰ দিনালৈকে আমাৰ লগৰ জোৱান বা অফিচাৰ এটাও লগ নেপালোঁ।”

মই কলোঁ—“সিহঁতে আন্তৰ্জ্জাতিক আইন শিকাই নাই। ইয়াত আথেইইঁতক তাতকৈ বহুত ভালে ৰাখিছিল, নহয় নে বিমলা ?”

বিমলাই উত্তৰ দিলে—“খুব ভালকৈ ৰাখিছে। আটাইবোৰকে একেলগে ৰাখিছে, সকলো সুবিধা দিছে। খেল-ধেমালি, পঢ়া-শুনা, চিঠি-পত্ৰ লেখা সকলো।”

ৰজতে সুধিলে—“তই গৈছিলি নেকি বাইদেউ ?”

“নাই যোৱা। আথেয়ে লিখিছিল চিঠিত।”

“কিন্তু তাত ওলোটা। খোৱা-বোৱাৰ বাহিৰে বাকীবোৰ সুবিধা বন্ধ। পিছদিনা পুৱা মোক এটা পৰ্ব্বতীয়া বাটেদি নি লাচাৰ ফালৰ এখন চহৰ পোৱালেগৈ। শুনিলোঁ তাতে আমাক ৰাখিব। চহৰখনৰ নাম কি পাহৰিলোঁ, ডায়েৰীতহে নাম লিখা আছে। তাতো আহিবৰ সময়লৈকে এটা নিৰ্জন কোঠাত ৰখা হৈছিল। তাত এটা ৰেডিঅ' আছিল, ৰেডিঅ'টোত খালি পিকিং কেন্দ্ৰ বাজে। দিল্লী বা গুৱাহাটী শুনিব নোৱাৰি। মাজে মাজে নিজৰ দেশৰ বাতৰি লবৰ মন যায়, কিন্তু নোৱাৰোঁ। চাহ খোৱাৰ পিছত পুৱা-গধূলি প্ৰায়ে এজনী ছোৱালী আহে। হাঁহি হাঁহি মোৰ লগত কথা পাতে। এদিন এটা গান গালে মাও-চে-টুঙৰ বন্দনা কৰি। অৰ্থটো সুধিলত ভাব হ'ল যেন মাও-চে-টুঙ ইহঁতৰ মানত পৰম ব্ৰহ্ম। মই কলোঁ—'আমি আমাৰ

দেশত কাকো এনেকৈ পূজা নকৰোঁ।' তাই কলে—'কাৰণ তোমা-লোকৰ কোনো নাই।' মই কলোঁ—'নাইকিয়া নহয় আইদেউ, গান্ধীৰ দৰে মানুহক আমি জন্ম দিছোঁ। কিন্তু কথা হ'ল আমি গণতন্ত্রত বিশ্বাস কৰোঁ, আমাৰ কাৰণে ৰাইজেই ৰজা।' তাই খিল্‌খিলকৈ হাঁহি আমাৰ গণতন্ত্রৰ কথা উৰাই দিবলৈ চেষ্টা কৰিলে। মোৰ সহ্য নহল, কলোঁ—'আইদেউ তোমালোক সজাৰ ভাটৌ, যি শিকায় তাকে জানা—কব পাৰা। কিন্তু আমি কপৌ, শান্তিত আৰু মুকলিত আপোন-মনে কূণ দিওঁ।' তাইৰ খঙ উঠিল। মই খিড়িকীখনৰ ওচৰলৈ গলোঁ। সেই সেমেকা জাৰৰ বতৰত ফেৰফেৰীয়া বতাহজাকক শাও দি ৰ'দ ভিক্ষা কৰিছিলোঁ প্ৰকৃতিক। কিন্তু গোটেইখন পৃথিবী নিস্পন্দ, নিৰ্ব্বাক। বহুত দূৰত দেখিলোঁ, পেৰেড কৰাইছে কিছুমান নতুন ডেকাক। খন্তেক পৰ চাই বুজিলোঁ সেইবোৰ নতুন শিকাৰু—বোধহয় তিব্বতীয় ডেকা। খিড়িকীৰ কাযেৰে এটা ডাঙৰ আলি সাজিছিল, চীনা আৰু তিব্বতীয় কুলীয়ে। শিলভঙা আৰু ডিনামাইট ফুটোৱাৰ শব্দ ভাহি আহিছিল। বনুৱাবোৰৰ মুখত হাঁহি নাই, কেৱল কাম কৰিছে তলমূৰকৈ। চীনদেশত কাম যেন নিষ্প্ৰাণ, নিৰানন্দ। অলপ দকৈ ভবাৰ লগে লগে মোৰ বুজিবলৈ বাকী নেথাকিল সে চীনাহঁতে কিয় ৰাস্তা বান্ধিছে।"

"কিয় ?"

"সৈন্য আৰু ৰচদ চলাচলৰ বাবে। কেইদিনমানৰ ভিতৰতে সেই চলাচল চকুত পৰিল। তাৰ কেইদিনমানৰ মূৰত চকুত পৰিল অদূৰত এখন লেণ্ডিং ষ্ট্ৰিপ বনাইছে।"

"সিহঁতে আকৌ যুদ্ধ কৰিব নেকি ?"

"মই কব নোৱাৰোঁ। কিন্তু সিহঁতৰ ৰণৰ আয়োজন চলি আছে।"

হঠাতে বিমলাই সুধিলে—"চীনাসকলক বিশ্বাস কৰিব পাৰি নে ?"

ৰজতে কলে—"শক্তিৰ আখৰা য'ত, ত'ত প্ৰেম-কৰুণা-বিশ্বাস

একো নেথাকে বাইদেউ। শক্তিয়ে মানুহক অন্ধ কৰে। বাক বাইদেউ কচোন, আথেয়ে কি কাৰণে অসমথন চীনা এনেকা বুলি ভাবিছিল ?”

“যুক্তি একো নাই। ভাবি ভাল পাইছিল।”

“আচৰিত কথা। কিন্তু চীনাসকলে ভাবে যে যুদ্ধ কৰি হলেও সিহঁতৰ ৰাজনৈতিক আদৰ্শ জাপি দিব লাগিব পৃথিবীত।”

“সিহঁতে সেইদৰে কয় নেকি ?”

“মুখেৰে নকয়, পেটেৰে ভাবে।”

ৰজত ৰ'ল। মই সুধিলোঁ—“তহঁতৰ কিছুমানক চীনৰ ৰাস্তাত পেৰেড কৰোৱাইছিল, সঁচা নেকি ?”

“মই দেখা নাই। কিন্তু বহুতকে দূৰ দূৰ চহৰলৈ নিছিল।”

“এইটো ঘোৰ অন্যায় কৰিছে।”

ৰজতে কলে—“জেনেভা চুক্তি অনুসৰি যুদ্ধ-বন্দীক অন্যায় ব্যৱহাৰ কৰা উচিত নহয়। কৈছিলোঁ এজন কমাণ্ডাৰক। কিন্তু মানুহজনে হাঁহিলে। সেই বিষয়ে সিহঁতৰ যে কিবা চিন্তা আছে তাক মনে নধৰিলে। মোক কেইবাবাৰো কৈছিল কমিউনিষ্ট হবৰ বাবে। মই গালি পাৰিছিলোঁ। দিনটোত দুবাৰকৈ আহে ছোৱালীজনী। কেতিয়াবা ৰাতিও আহে। নিজন কোঠালৈ এনেকৈ গাভৰু ছোৱালী অহা বেয়া বুলি পঠিয়াই দিওঁ। কিন্তু তাই হাঁহে। সিহঁতৰ প্ৰত্যেকেই হাঁহে। কিন্তু খুব নেৰানেপেৰাকৈ লাগি থাকে লোকৰ মত ঘূৰোৱাত।”

ৰজতে জেপৰপৰা এলাচি কেইটামান উলিয়ালে আৰু এটা এটাকৈ সকলোকে দি নিজে এটা মুখত ললে। তাৰ পিছত সি কলে—“যুদ্ধ সিহঁতৰ তেজত সোমাই গ'ল দেউতা। তেজৰপৰা সেই বীজ উলিয়াওঁতে সময় লব। আমি সিহঁতক একো কৰা নাছিলোঁ, তথাপিও এটা অজুহাত উলিয়াই সীমান্তত যুঁজ লগাই দিলে। অথচ মিছা কথা প্ৰচাৰ কৰি জগতক ভুৱা দিব খুজিলে, আমি আক্ৰমণকাৰী বুলি। আমিতো নিজে সীমান্তত আছোঁ। আমি জানো আমাৰ সৈন্য তাত

কিয় আছিল, কিমান আছিল, কি কৰিছিল। আমি ভাবিছিলোঁ চীনৰ-পৰা আমাৰ কেতিয়াও একো ভয় নাই। কাৰণ চীন আমাৰ বন্ধু। পঞ্চশীলৰ চুক্তিত আমি আৱদ্ধ। চীনে কিন্তু সেইদৰে ভবা নাছিল।"

মই কলোঁ—"যুদ্ধ বৰ বেয়া বস্তু বোপাই। সংসাৰৰপৰা যুদ্ধ যিমান সোনকালে নাইকিয়া হয়, সিমানে প্ৰজাৰ মঙ্গল হব। আমাৰ সৈন্য—সিইঁতৰ সৈন্য কমবোৰ মৰিল জানো ?"

ৰজতে কলে—"যি যুদ্ধ লগায় সি বলিয়া দেউতা। বলিয়াক আপুনি বান্ধি থোৱাৰ বাদে আন উপায় নাই। সকলোৰে সহায় লৈ হলেও আমি বলিয়াক দমন কৰিবই লাগিব।"

এই কথা অকল ৰজতৰে নহয়। গোটেই দেশৰ বাইজৰে। পৃথিবীয়ে শান্তিত থাকি উন্নতি কৰিব খোজে। খালি চীনে শান্তিত বিশ্বাস নকৰে। যুদ্ধৰ মাজেদিহে পৃথিবীৰ মুক্তি হব, এই কথা সিইঁতে গাৰ বলেৰে প্ৰচাৰ কৰিছে। তাৰ উপযুক্ত প্ৰত্যুত্তৰ পৃথিবীৰ বাইজে দিব।

হঠাতে ৰজতে সুধিলে—"আপোনাৰ অসুখৰ কি চিকিৎসা কৰাইছে।"

মোৰ হৈ প্ৰশান্তই কলে চিকিৎসাৰ কথা। ৰজতে মোৰ মুখলৈ চাই হুমুনিয়াহ পেলাই কলে—"দেউতাই আৰু কিছুদিন জিৰণি লব লাগিব।"

মোৰ হৃদয় সেই বুজনিৰ স্পৰ্শত গলি গ'ল। মই কলোঁ—"ভাবিছোঁ একেবাৰে সিপুৰীত লমগৈ জিৰণি। মোৰ কাল চমু চাপি আহিছে। অঁ, তই কিমান দিন থাকিবি ?"

ৰজতে হাঁহি কলে—"কিছুদিন থাকিম।"

ৰজতে কিছুপৰ মনে মনে ব'ল। মই তলমুৰ কৰি বলোঁ। বিমলাই বুজিলে মোৰ মনত কিহৰ আশঙ্কা উদয় হৈছে। তাই কলে—"ৰজত তই গা ধুই লগৈ যা।"

ময়ো কলোঁ—"যা, তোৰ কমলৈকে যা।"

ৰজতে তাৰ আগৰ কমটোলৈ যাব খুজিছিল, কিন্তু বিমলাই কলে—"তোৰ কাৰণে নতুন কম কৰালোঁ।"

"অ' হয় নেকি ?"

বিমলাই ৰজতক লৈ গ'ল।

প্ৰশান্তও নিজ কোঠালৈ উঠি গ'ল। তাৰ মনটো মৰা যেন দেখিলোঁ। মই এইবাৰ মনে মনে ভগৱানক প্ৰাৰ্থনা জনালোঁ—"হে ভগৱান আজিৰ দিনটো ভালে-কালে নিয়া—একো যেন অঘটন নঘটে।"

গা-পা ধুই ৰজতে এইবাৰ ফিৰফিৰীয়া ধুতী আৰু পাঞ্জাবী পিন্ধি ভৰিত এযোৰ চেণ্ডেল লগাই, মোৰ ওচৰ পালেহি। মোক কলে—"দেউতা, মোৰ ডায়েৰীটো আনিছোঁ, পঢ়িব। তেতিয়া কেনেকৈ দিন কটাইছিলোঁ গম পাব সকলো।"

মই আগ্ৰহেৰে ডায়েৰীটো হাতত লৈ সুধিলোঁ—"ডায়েৰী ৰাখিব পাৰিছিলি নে ?"

সি হাঁহি কলে—"ৰাখিছিলোঁ কোনো ৰকমে।"

মই ডায়েৰীটো লৈ লিৰিকি-বিদাৰি আছিলোঁ, ৰজতে খিড়িকীয়েদি আমাৰ ঘৰৰ আগৰ ফুলনিখন চাই আছিল, তেনেতে হঠাতে মোক দৰৱ খুৱাবলৈ আহি অমলাই দুৱাৰডলিৰ ওচৰতে দৰৱৰ গিলাচটো লৈ ৰৈ গ'ল।

ৰজতে উভতি চাই অমলাক দেখি আনন্দতে চিঞৰি কলে—"অমলা।"

অমলাৰ মূৰত তেতিয়া ওৰণি নাছিল। শিৰত আৰু কপালতো সেন্দুৰ নাছিল। তাই যে বোৱাৰী, এই কথা বুজাবৰ কোনো সঙ্কেত নাছিল তাইৰ মুখমণ্ডলত। ৰজতে কলে—"ভালেই হ'ল, মই তোমালৈ এটা বস্তু আনিছিলোঁ, নিয়া।"

আমি দেখা মহীশুৰ-চিল্কৰ শাৰীখন ৰজতে অমলাৰ হাতত দি দিলে। অমলাই শাৰীখন লৈ কাষলতিৰ তলত সুমুৱাই ৰজতলৈ

নোচোৱাকৈ মোৰ হাতত দৰবৰ গিলাচটো দি সাউৎকৰে যাব খুজিছিল। তাই বোধহয় ৰজতক মোৰ ৰুমত আশা কৰা নাছিল। অপ্ৰস্তুত হৈ উভতি যাব খোজোঁতেই ৰজতে সুধিলে—"বেলি মাহীৰ ভাল নে অমলা ?"

অমলাই কোনো ৰকমে আত্ম-সম্বৰণ কৰিবলৈ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে। সৰ্‌সৰ্‌কৈ তাইৰ চকুৰপৰা চকুপানী ওলাই আহিল।

মই তাইক যাবলৈ কলোঁ। তাই গুচি গ'ল। ৰজতে আচৰিত হৈ সুধিলে—"কি হ'ল দেউতা ?"

"বেলি আৰু নাই। তাই সৰগত আছে।"

এই বুলি মই বেলিৰ হত্যাৰ কাহিনী সবিশেষ বৰ্ণনা কৰিলোঁ। ৰজতে স্তব্ধ হৈ শুনিলে, কিন্তু তাৰ ধৈৰ্য্য অসীম, এই ধৈৰ্য্যৰ বাবেই ৰজতক মোৰ ভাল লাগে। তাৰ পিছত সুধিলে—"আপোনালোকে অমলাক সেই বাবেই লৈ আহিল ?"

"অঁ। কিন্তু—"

"কিন্তু কি দেউতা ?"

"ৰহ কওঁ, ৰহ। বৰ খেলি-মেলিখন হ'ল। তই মৰা বুলি ধৰি লৈ আমি এটা কাম কৰি পেলালোঁ। অদৃষ্টই এপাট শতঘ্নী বাণ মাৰিছিল, এটা এটাকৈ সকলোকে ভেদিছে—তোক, মোক, অমলাক, প্ৰশান্তক, বেলিক, প্ৰমীলাক.......সকলোকে।"

ৰজতৰ মুখখন ক'লা পৰি গ'ল।

সিটো ৰুমত শুনিলোঁ অমলাই উচুপিছে। মই আকৌ কলোঁ, "ৰহ ৰজত, কওঁ শুন।"

## ॥ আঠ ॥

মই দুৰ্ব্বল, বৰ দুৰ্ব্বল। মাংসপেশীবোৰ লেউসেউ হৈ পৰিছে। চকুৰেও আগতকৈ কম দেখা হৈছোঁ। গাত জ্বৰ নুগুচা হ'ল। গা ধোওঁতে বা মোহাৰোঁতে বুকুৰ হাড়বোৰ দেখিলে, নিজৰে ভয় লাগি যায়। দেউতা জীয়াই থকা হলে নিশ্চয় কলেহেঁতেন—'এইটো হৰি-নাম লোৱাৰ সময়।' কিন্তু মই হলে বিষয়-জঞ্জালৰপৰা উদ্ধাৰ পোৱাৰ পথ দেখা নাই। এদিন প্ৰমীলাৰে সৈতে পতা ঘৰখন দেখিছোঁ এতিয়া অদৃষ্টৰ কুটিল আঘাতত ভাগি যাবৰ উপক্ৰম কৰিছে।

ৰজত অহাৰ পিছৰেপৰা, কেইদিনমান সকলোৱে শান্তভাৱে কাল কটালে। ৰজতক ৰাইজে ৰাজহুৱাভাৱে কেইবা ঠাইতো অভিনন্দন জনালে। ব্যক্তিগতভাৱে হলেও, বহুতে ঘৰতে ওলগ জনাই গ'লহি। সাধাৰণ মানুহে, সাধাৰণ সৈনিকৰ প্ৰতি জনোৱা এই কৃতজ্ঞতাত আমাৰ সকলোৱেই গৌৰৱত উৎফুল্ল হৈ উঠিছিল।

সেইদিনা ৰজত ডিব্ৰুগড়লৈ গৈছিল। দুপৰীয়া প্ৰমীলাই আহি মোৰ কাষত বহি কলে—"ঘৰখনত শনি লাগিছে।"

"মানে ?"

"লৰা দুটা। সিহঁতৰ ভিতৰতে মাত-বোল নোহোৱাৰ দৰে। ভাত খাবলৈ একেলগে দিলেও বিপদ। এটা আহিলে ইটো নাহে। আৰু ৰজত বোলাটোৱে ভাত খোৱাই নাই বুলিব পাৰি। আগতে অমলা বোলোঁতে মুখতে পমে, এতিয়া অমলাৰ ছাঁটোকে নসহে।"

মই একো নেমাতিলোঁ। কাৰণ মন্তব্য নিষ্প্ৰয়োজন।

প্ৰমীলাই কলে—"কালি প্ৰশান্তকো বহুত কিবা-কিবি কলোঁ।"

উদ্বিগ্ন হৈ সুধিলোঁ—"তাৰ লগত কিবা লাগিলে নেকি ?"

"লাগিব কিটো। সেই শাৰীখন লৈ সিহঁতৰ ভিতৰত খুন্দিয়া-খুন্দি হল।"

"শাৰীখন ? কোনে, ৰজতে দিয়া শাৰীখন ?"

"অঁ। শাৰীখন হেনো লব নেলাগিছিল।"

মই বিৰক্ত হলোঁ। মানুহবোৰ, বিশেষকৈ মতা মানুহবোৰ পশু হৈ আছে এতিয়াও। শাৰীখনৰ পৰানো কি হানি-বিঘিনি হ'ল সিহঁতৰ সম্পৰ্কৰ।

মই কলোঁ—"প্ৰমীলা, মই আৰু নোৱাৰোঁ। দেহা এইবাৰ আইধা হ'ল। মোক অলপ শান্তিত থাকিবলৈ দিয়া।"

প্ৰমীলাই জকি উঠি কলে—"নোৱাৰিলে কেনেকৈ হব ?"

ৰজত অহাৰ আগতে প্ৰমীলাই নিজৰ ওপৰত সম্পূৰ্ণ বিশ্বাস ৰাখিছিল। বাহিৰটো শাসনত ৰাখিলেই, ভিতৰটো ঠিক হৈ যাব বুলি মোৰ আগত ডাংকোপ মাৰিছিল। আজি কিন্তু সেই মনোবল প্ৰমীলাৰ নাই। তেওঁ বুজি পাইছে মানুহৰ অন্তৰৰ সমস্যা বৰ জটিল—বিশেষকৈ আধুনিক মানুহৰ।

. মই সুধিলোঁ—"তুমি মাকজনী হৈ যদি একো কৰিব নোৱাৰা মইনো কি কৰিম ?"

প্ৰমীলাই বিষণ্ণ মনেৰে কলে—"মই নোৱাৰোঁ। যিমান সহজ বুলি ভাবিছিলোঁ কথাবোৰ সিমান সহজ নহয়। ওপৰে ওপৰে চালে পানী কিমান দ ধৰিব নোৱাৰি।"

মই প্ৰমীলাৰ মনৰ অৱস্থা উপলব্ধি কৰি ঘৰৰ সমস্যাবোৰ নকৈ উপলব্ধি কৰিলোঁ। সুধিলোঁ—"প্ৰশান্তক তুমি কি কলা ?"

"কৈছিলোঁ মিছা সন্দেহ নকৰিবলৈ।"

"পিছে কি কলে সি ?"

"সি কলে, সন্দেহ তাৰ ক্ৰমাৎ বেছি হৈ আহিছে। ৰজত আহিবৰে-পৰা অমলাৰ বোলে সঙ্কোচ বাঢ়িছে ."

"তাক ভূতে পাইছে, প্ৰমীলা!"

"মোৰো তেনে ভাব হৈছে। অমলাই আজিকালি তাৰ লগত কথা কবলৈকে সাহ নকৰে।"

মই কলোঁ—"মোৰ উপায় নাই প্ৰমীলা! তুমি অমলাক বুজোৱা।"

"অমলাই আৰু নো কি কৰিব? তাই বজতৰ আগত নোলায়েই। সদায় তাৰে আল-পৈচান ধৰে—তথাপি তাৰ সুখ নাই।"

তেনেতে শুনিলোঁ প্ৰশান্তৰ কোঠাত—প্ৰশান্তই কিবা-কিবি বলকিছে, আৰু অমলাই বোধহয় শুনি আছে।

অলপ পৰ আমি দুয়ো মনে মনে বলোঁ। প্ৰশান্ত সাজ-পাৰ পিন্ধি ওলাই গুচি গ'ল—আমাৰ আগেদিয়েই। আনকালে ওলাই যাওঁতে মোৰ বেমাৰৰ খবৰ কৰি যায়, কিন্তু আজি মোক মাতকে নলগালে।

প্ৰমীলাই কিবা কামৰ অজুহাত দেখুৱাই পাকঘৰলৈ গুচি গ'ল। মই বজতে দিয়া ডায়েৰীটো হাতত লৈ, পাত লুটিয়াবলৈ ধৰিলোঁ। বেছি ভাগতে তাৰ বন্দী-জীৱনৰ বৰ্ণনা আছে। মাজে মাজে হিমালয়ৰ শুভ্ৰ তুষাৰমালাৰ বৰ্ণনা, মাজে মাজে তিব্বতীয় ধৰ্ম্ম-জীৱনৰ চিত্ৰপট, মাজে মাজে চীনাসকলৰ অসৎ ব্যৱহাৰৰ বিৰুদ্ধে বিদ্বেষোদ্‌গাৰ, মাজে মাজে নিজৰ দেশৰ প্ৰতি ভালপোৱাৰ মনোৰম আত্ম-প্ৰকাশ।

তাৰে এটা পাতত দেখিলোঁ, সি লিখিছে—

'আজি মনত পৰিছে ঘৰলৈ। ঘৰত থকা মোৰ কোঠালিটোলৈ। মোৰ বিয়াৰ কাৰণে দেউতাইঁতে কি ধুমধামেই নকৰিছিল। কিন্তু সকলো আশা চূৰমাৰ হৈ গ'ল। ঘৰলৈ কেতিয়াকৈ বা ঘূৰি যাবলৈ পাওঁ? কেতিয়া জানো আকৌ অমলাক দেখোঁ?"

ডায়েৰীখন জপাই থলোঁ। সি নকলেও হব।

অলপ পৰৰ পাছত অমলা ওলালহি দৰব খুৱাবৰ বাবে। মই অমলাক কলোঁ—"মোক দৰব আৰু নেলাগে আই, যি কেইদিন থাকোঁ, এনেয়ে থাকিম।"

"দৰব নেখালে কেনেকৈ হব, দেউতা? খাবই লাগিব।"

অমলাই জোৰকৈ মুখৰ ওচৰত গিলাচটো তুলি ধৰিলে। জীৱনত কোনো দিনে এনেকৈ দৰব নোখোৱাকৈ, নিজক অৱহেলা কৰাৰ কথা কব নোৱাৰোঁ। কিন্তু আজি মোৰ অঁকৰা খং উঠিল। কলোঁ—"মই দৰব নেখাওঁ আই, লৈ যা।"

অমলা থিয় হৈ ৰ'ল। নগল। গিলাচটোও হাতৰপৰা নথলে।

তাইৰ উদাস দৃষ্টিত এটা কাতৰ অনুৰোধ ফুটি উঠিল। তাইৰ অৱস্থাটো মই নিমিষতে উপলব্ধি কৰিলোঁ। তাই নিজক হেৰুৱাই পেলাইছে—এটা গভীৰ বিষম আত্মদ্বন্দ্বৰ মাজত। লাহে লাহে তাইৰ অন্তৰৰ সকলো স্ব-চেতনা যেন লোপ পাই আহিছে।

নাৰীৰ এই অবলা মূৰ্ত্তি দেখি মোৰ মন হঠাতে বিষণ্ণ হৈ পৰিল। কিন্তু মোৰ ধাৰণা হৈছিল, এই অবলাক সহায় কৰিবলৈ মোৰ আৰু সামৰ্থ্য নাই। মই পিতৃ। পিতৃত্বৰ স্বাৰ্থ সংৰক্ষণ কৰাই যেন মোৰ প্ৰধান ধৰ্ম্ম। লোকৰ ঘৰৰ ছোৱালী এজনীক আনি তাইৰ মানসিক সুখ ৰক্ষা কৰিবলৈও যে মই ব্যৱস্থা কৰিব লাগে, তাক মই পাহৰি গৈছিলোঁ। মনত পৰিলেও একো কৰিব নোৱাৰা হৈছিলোঁ, কাৰণ মই স্বাৰ্থান্ধ হৈ পৰিছিলোঁ।

মই হঠাতে মাতিলোঁ—"কি হ'ল অমলা?"

অমলাই খুব লাহে লাহে কলে—"ঘৰখনৰ ভিতৰত কাৰোবাক যদি কথা এষাৰ কব পাৰোঁ তেন্তে আপুনিয়েই, কিন্তু আপুনিও যদি এই-দৰে অভিমান কৰে, মই কেনেকৈ কি কৰোঁ?"

মই কলোঁ—"মইনো কি কৰিলোঁ অমলা?"

"একো কৰা নাই। কিন্তু দৰব নেখাই আপুনি মোক আপোনাৰ শুশ্ৰূষাৰপৰা বঞ্চিত কৰিছে কিয়? মই জানো এই ঘৰখনৰ কাৰো কামত নাহোঁ?"

মোৰ দুখ লাগিল, কলোঁ—"কিয়, তই দেখোন ঘৰখনৰ প্ৰাণ

কৰিয়েই মৰিছ। কোনো তোৰ শুশ্ৰূষাৰপৰা বঞ্চিত হোৱা নাই। মিছাকৈ কিয় দুখ কৰিছ?”

অমলাই কলে—“আজি আৰু সেই কথা কব নোৱাৰোঁ। কি কুক্ষণত আপোনালোকৰ ঘৰলৈ বোৱাৰী হৈ আহিলোঁ কব নোৱাৰোঁ। মোৰেই ভাগ্য বেয়া, কাৰো একো কামত নাহিলোঁ।”

অমলাই সম্পূৰ্ণৰূপে নিজৰ ওপৰত আস্থা হেৰুৱাই পেলাইছে, এনে অনুমান হ’ল। মোৰ বেয়া লাগিল, কলোঁ—“দে আই, খুৱাই দে। দৰৰপালি খুৱাই দে।”

অমলাই মুখত দৰৰ পালি বাকি গুচি যাব খুজিছিল। মই কলোঁ—“ৰ অমলা, শুনি যা।”

অমলা ৰ’ল। আগৰ সঙ্কোচ নাই তাইৰ মুখত। সুধিলে—“কি হ’ল?”

“প্ৰশান্ত ক’লৈ গ’ল?”

“কালিলৈ যাবগৈ, গাড়ী ঠিক কৰিবলৈ গৈছে।”

“যাবগৈ? সি যে যাব, আমাক কব নেপায় নেকি?”

“কাৰ মনৰ কথা কোনে জানে?”

“মানে?”

অমলাই লাহে লাহে কলে—“আপুনি মোক সকলো কথা খুলি কবৰ বাবে অধিকাৰ দিছিল; সেই কাৰণে কওঁ। তেখেতক আৰু সন্তুষ্ট কৰিব নোৱাৰোঁ। ইমান সন্দেহৰ মাজতো মই থাকিব নোখোজোঁ। মই কৈ দিছোঁ, ময়ো তেজ-মঙহৰ জীৱহে।”

“কব পাৰিলি?”

“হঁ।”

“সি কি কলে?”

কলে—“তেনেহলে, তুমি যি মন যায় কৰা। মই কাইলৈ যামগৈ।”

“অয়ো গুচি যা।”

অমলাই কলে—"মই নেযাওঁ।"

"কিয় অমলা? তই জানো তাৰ তিৰোতা নহয়?"

"হয়, কিন্তু মই আৰু নোৱাৰোঁ। ইমান অৱহেলা, ইমান সন্দেহ, ইমান কটু ব্যৱহাৰ মই সহ্য কৰিব নোৱাৰোঁ। লাগিলে মই পথৰ ভিক্ষাৰিণী হম।"

মই সুধিলোঁ—"অমলা তই যদি অলপ সহ্য নকৰ, তেনেহলে ঘৰখন ভাগি যাব।"

"মই নোৱাৰোঁ। ৰজতদাই দিয়া শাৰীখন লোৱাৰ বাবে মই যি যন্ত্ৰণা ভুগিছোঁ, তাক মই নকওঁ। একমাত্ৰ নেদেখাজনে দেখি আছে।"

মই কলোঁ—"তই নেলাগে কব। মই প্ৰশান্তক কম।"

"নেলাগে দেউতা! আপোনাৰ কৰ্ত্তব্য নহয় সেইটো। যি মানুহৰ নিজৰ তিৰোতাৰ প্ৰতি ইমান সন্দেহ, সেই মানুহক কৰ্ত্তব্যৰ উপদেশ দি লাভ নাই।"

"তই ঠিক জান?"

"জানো।"

মই দেখিলোঁ এইজনী অমলা অবলা নহয়, দৃঢ় আৰু সঙ্কল্পবদ্ধা।

মই আকৌ এবাৰ কলোঁ—"সিতো তোক ভাল পায়!"

"ভাল পায়! কিন্তু মানুহজনীৰ আত্মাটো ভাল নেপায়, বাহিৰটো হে পায়।"

"আগতে জনা নাছিলি নেকি? বিয়াৰ আগতে?"

"তেতিয়া জনা নাছিলোঁ। ৰজত দাদা অহাৰ পাছতহে তেওঁৰ পৰিচয় পালোঁ। মোক যদি তেওঁ দোষে-গুণে গ্ৰহণ কৰিলেহেঁতেন, তেন্তে এনে অথন্তৰ নহয়।

মই একো প্ৰশ্ন নকৰিলোঁ। অমলা গুচি গ'ল। মই দিনতে চকুৰে অন্ধকাৰ দেখিলোঁ—দশোদিশ। মোৰ ধাৰণা হ'ল আৰু ভগা ঘৰত ঢোকা দি লাভ নাই। কোনেও নিজৰ অহং ভাব আৰু আপোন-

পেটা স্বভাৱ দমন কৰিবলৈ ৰাজী নহয়। মোৰ আৰু প্ৰমীলাৰ যুগ চলি গৈছে। আৰু ঘূৰি নাহে। বোধহয় আমি বেছি জ্ঞানী আছিলোঁ— প্ৰশান্ত আৰু অমলাইঁতকৈ। আমি ঘৰ পতাত বেছি মন দিছিলোঁ। কিন্তু ইহঁত, নিজৰ নিজৰ স্বাৰ্থ ৰক্ষা কৰাতহে বেছি ব্যস্ত।

মই সম্পূৰ্ণৰূপে মৌনতা অৱলম্বন কৰিলোঁ। গধূলি প্ৰশান্তই ঘৰ চাওঁতেও একো মুখ্‌খিলোঁ। যাম বুলি কলতো, একো প্ৰতিবাদ নজনালোঁ। ৰজত আহি দিনটোৰ অভ্যৰ্থনা-অভিনন্দনৰ কথা কওঁতে তাক উছাহ দিবলৈ দুই আষাৰ কথা কলোঁ, কিন্তু প্ৰশান্ত যোৱা লৈ কোনো উদ্বেগ প্ৰকাশ নকৰিলোঁ। ৰজতেও ভাবি ললে যে প্ৰশান্তই হয়তো নিয়মিত ছুটী আদায় হোৱাৰ বাবেই কামলৈ যাবলৈ ওলাইছে।

প্ৰমীলাই আপত্তি কৰিছিল, কিন্তু মই বুজালোঁ যে তেওঁৰ আপত্তিৰ আৰু কোনো মূল্য নাই। সেই ৰামো নাই, অযোধ্যাও নাই।

পিছদিনা পুৱাই প্ৰশান্ত সাজ-পাৰ কৰি ওলাল। টোপোলা-টাপলি বান্ধি বাহিৰৰ বাৰাণ্ডাত থলে। গাড়ী আহিল ঠিক সাত বজাত, ঘড়ীৰ কাঁটাই কাঁটাই। মোৰপৰা আৰু প্ৰমীলাৰপৰা বিদায় ললে নিয়ম মতে। ৰজতকো মাত লগালে। কিন্তু যাবৰ সময়ত অমলাক এবাৰ উভতিও নেচালে।

মই তেতিয়া আকৌ এবাৰ উপলব্ধি কৰিলোঁ বেলিৰ কথা—'প্ৰশান্ত পশু'। বেলিৰ ওপৰত মোৰ আজি খং উঠিল। যদি সঁচাকৈয়ে বেলিয়ে বুজিছিল—প্ৰশান্ত পশু, তেন্তে কিয় তাৰৈ অমলাক বিয়া দিবলৈ সন্মতি দিলে। বোধহয় তেৱোঁ দেখা পোৱা নাছিল ভৱিষ্যতটো। গাড়ী গুচি যোৱাৰ শব্দ হ'ল। প্ৰমীলা আহি মোৰ ওচৰত থিয় হ'লহি। মই চালোঁ, কিন্তু একো নেমাতিলোঁ।

প্ৰমীলাই অলপ পৰ বৈ কলে—"সি একেবাৰে নাহোঁ বুলি কৈ গৈছে।"

"নাহে ?"

"ওঁ।"

মই নির্ব্বিকাৰ হৈ থাকিব নোৱাৰিলোঁ। প্ৰশান্ত একাচেকা লৰা। সি এবাৰ ধাৰছে যেতিয়া নাহিবও পাৰে। কিন্তু তাৰ এই অযুক্তিকৰ সিদ্ধান্তত মোৰ খং উঠিল, মই কলোঁ—"নাহিলে নেলাগে আহিব।"

প্ৰমীলাই কলে—"সেইদৰে কলেই হব নে? লৰাই অমুৰি কৰিলে বাপেক-মাকে ধৈৰ্য্য নধৰিলে সৰ্ব্বনাশ।"

মই কলোঁ—"সি এটা পশু প্ৰমীলা! নহলে এই ছোৱালীজনীকনো এ'ৰ গুচি যায় নে?"

প্ৰমীলাই একো নেমাতিলে। প্ৰশান্তৰ হৈ এষাৰ মতাৰ নৈতিক সাহস তেওঁৰো নাইকিয়া হৈ গৈছিল।

অমলাৰ কথাও তেওঁ নুলিয়ালে। মই বুজিলোঁ, অমলাৰ ওপৰত প্ৰমীলাৰ বিশেষ কোনো অভিযোগ নাই।

দুপৰীয়া ভাত খোৱাৰ সময়ত দেখিলোঁ হঠাতে আজি ৰজতৰ মনলৈ আনন্দ ঘূৰি আহিছে। সি আজি প্ৰত্যেকখন আঞ্জাকে শলাগি শলাগি খাইছে, আৰু পাকঘৰৰ ভিতৰত লুকাই থকা অমলাক চিঞৰি চিঞৰি খোৱাৰ মেজলৈ মাতিছে।

মই ভাতৰ মণ্ড খাইছিলোঁ। দেখিলোঁ, অমলাই খুব সাৱধানে ওৰণি-বাৰণি আৰু শিৰত সেন্দুৰ লৈ বাহিৰলৈ ওলাইছে। ৰজতক দিব লগা বস্তুবোৰ দি তাই যেনেকৈ নিশব্দে আহিছিল, তেনেকৈ নিশব্দে ওলাই গ'ল পাকঘৰত আত্মগোপন কৰিবলৈ।

ৰজতে তাইৰপৰা অন্ততঃ এষাৰ মাত আশা কৰিছিল, নেপাই সি গভীৰ অসন্তুষ্ট হ'ল। মই তাকে দেখি ৰজতক কলোঁ—"অমলাৰ মন আজি খুব বেয়া।"

কথাষাৰৰ ব্যাখ্যা দিবৰ আৱশ্যক নহল। ৰজতে বুজিলে যে, ৰজতৰ লগত তাইৰ সম্পৰ্ক কি তাকে সোঁৱৰাই দিবলৈ মই কথাষাৰ কলোঁ।

সেইদিনা দিনটো ৰজত ক'লৈকো নগল ৰুমবপৰা। ভিতৰতে থাকি কিনি অনা দুখনমান অসমীয়া উপন্যাস পঢ়িলে।

গধূলি চাহ খাবলৈও ভিতৰলৈ নাহিল। প্ৰমীলাই নিজে গৈ ৰুমত যতনাই দি থৈ আহিলগৈ। ৰাতিলৈ আকৌ আগৰ দৰে ভাতৰ মেজত বহি ৰজতে অমলাৰ লগত পুনৰ কথা-বতৰা পাতি মনৰ সংযোগ স্থাপন কৰিবলৈ ছল বিচাৰিলে। কিন্তু অমলাই ছল নিদিলে।

অমলাৰ মনোবল দেখি মুগ্ধ হলোঁ মই। সেইদিনা ৰাতি অকস্মাতে মন কৰিলোঁ অমলাই বহুত নিশালৈকে লাইট জ্বলাই থৈছে ৰুমৰ। বোধহয় পঢ়িছিল। ৰাতি এবাৰ সাৰ পাই মই ধমক দি কলোঁ—"অমলা, ৰাতি বহুত হ'ল, শুই নেথাক কিয় ?"

অমলা দুৱাৰখন মেলি ওলাই আহিল, কলে—"ৰজত দাদাই দুখন-মান নভেল কিনি আনিছে—পঢ়িবলৈ পঠিয়াই দিছে। তাকে চাইছিলোঁ।"

"কেতিয়া পঠিয়ালে ?"

অমলাই কলে—"অলপতে।"

"অঁ।"

মই একো নেমাতিলোঁ। অমলা শুচি গ'ল। এবাৰ লাখুটিডাল লৈ বাহিৰ ফুৰিবৰ বাবে উঠি গলোঁ। দুৱাৰখন খুলি বাহিৰলৈ গৈ দেখোঁ, বতাহ মাৰিছে। ৰজতে আন্ধাৰ বাৰাণ্ডাত বহি একান্তমনে সেই-ফালে মুখ কৰি বহি আছে—যিফালে অমলাৰ ৰুম আছে।

মই মাতিলোঁ—"ৰজত, শোৱা নাই নেকি ?"

"নাই দেউতা! বৰ গৰম লাগিছে, জুৰ লৈছোঁ।"

মই প্ৰমাদ গণিলোঁ, কলোঁ—"তোৰ ঘৰত ফেনখন নিদিলে নেকি ?"

"দিছে, বাইদেৱে দি গৈছে। কিন্তু ফেনৰ শব্দত মই শুব নোৱাৰোঁ।"

মই বুজিলোঁ, ৰজতৰ শুব নোৱাৰাৰ কাৰণ কি ?

ভিতৰ সোমাই শুবলৈ লওঁতে শুনিলোঁ, অমলাৰ কোঠাৰ খিড়িকীখন ( ৰজতৰ কোঠাৰ ফালৰ ) অমলাই জপাই দিছে। চিন্তাত বহু নিশালৈকে মোৰ টোপনি নধৰিলে।

পিছদিনা ৰাতিপুৱা দেখিলোঁ মই উঠাৰ বহুত আগতেই ৰজত উঠিছে, আৰু ৰাহী বন কৰি থাকোঁতে অমলাক লগ ধৰি ফুলনিত কথা পাতিছে।

ফুলনিত, ৰাতি ন বজাত ফুলা এজোপা ফুল কই দিছিল ৰজতে। সেইজোপা মৰি গৈছে। তাৰ কথা কৈ ৰজতে দুখ কৰিছে।

মই মন কৰিলোঁ, অমলাই 'ওঁ' 'আঁ' আদি শব্দৰ বাহিৰে কোনো কথা কোৱা নাই।

কথা বেছি আগ বাঢ়ে বুলি মই বাহিৰলৈ ওলাই গলোঁ। বাকী থকা পিৰালিৰ ধূলি-জাবৰখিনি সাৰি থৈ ওৰণিখন টানি সোমাই গ'ল অমলা। ৰজতে মোৰ মুখৰফালে চাই সুধিলে—"কেনে পাইছে দেউতা ?"

"নাই বোপাই, ভাল পোৱা নাই।"

চাহ খাবৰ সময়ত, মই প্ৰমীলাক মতাই অনাই কলোঁ—"প্ৰমীলা, অমলাক আজিৰপৰা তোমাৰ কমত শুবলৈ দিবা, নহলে তুমিয়েই তাইৰ কমত শুবা।"

"কিয় ?"

মোৰ সন্দেহৰ কথা মই কলোঁ।

প্ৰমীলাই হাঁহি উৰাই দিলে, কলে—"এইবোৰ কথা ভাবি মূৰ নঘমাব। অমলা তেনেকুৱা ছোৱালী নহয়।"

মই প্ৰতিবাদ কৰিবলৈ কোনো যুক্তিসঙ্গত কাৰণ বিচাৰি নেপালোঁ। বৰং অমলা-ৰজতক অকাৰণ সন্দেহ কৰা বাবে নিজক ধিক্কাৰহে দিলোঁ।

পিছদিনা প্ৰমীলা ক'ৰবালৈ ওলাই গৈছিল। ৰজতে তাৰ আৰ্ডালী-টোৰ হতুৱাই এসেৰ মাৰোৱাৰী মিঠাই অনাই অমলাৰ ওচৰলৈ পঠিয়াই দি কলে—"খুব ভাল মিঠাই, যেন একাপ চাহ কৰি লৈ আহে।"

অলপ বেলিৰ পাছত অমলাই চাহ-মিঠাই লৈ ৰজতৰ কোঠালৈ যোৱা দেখিলোঁ। বেলি তেতিয়া লহিয়াইছে। ওচৰৰে কঁঠাল এজোপাত এটা কাউৰীয়ে ৰমলিয়াই ৰমলিয়াই পকা কঁঠাল খাইছে, আৰু অন্য কাউৰীবোৰে কঁঠালত খোট মাৰিবলৈ ছল চাইছে।

অমলা ৰজতৰ কমৰপৰা উভতি আহোঁতে অলপমান বেলি হ'লত মোৰ উদ্বিগ্নতা বেছি হ'ল। কাউৰীয়ে কঁঠালটো খোৱা দৃশ্যকে উপলক্ষ্য কৰি, মই কঁঠালৰ তল পালোঁগৈ।

তাৰপৰা মন কৰিলোঁ, অমলাই ৰজতৰ কোঠাটোৰ বস্তুবোৰ সজাইছে, আৰু বিচনাখন পাৰিছে। দেখাত আপত্তি কৰিবলগীয়া একো নাই, কিন্তু প্ৰশান্তৰ লগত মনোমালিন্য ঘটাৰ পিছত, তাই ৰজতৰ এইদৰে শুশ্ৰূষা আৰম্ভ কৰা বাবে, মোৰ বিবেকত আঘাত লাগিল, আৰু মই অমলা ওলাই নহালৈকে কঁঠাল-তলতে ৰৈ কাউৰীটো খেদাবলৈ লাগিলোঁ।

অমলা সহজভাৱে ওলাই আহি, পাকঘৰলৈ ওলাই গ'ল। অলপ পৰৰ পাছত ৰজতো ফুৰিবলৈ ওলাই গ'ল।

ৰাতিলৈ মোৰ জ্বৰ বেছি হ'ল। পেটৰ বিষ এটা আৰম্ভ হ'ল হঠাতে। ৰজতক মতাই অনালোঁ। প্ৰমীলাই উদ্বিগ্ন হৈ ডাক্তৰ অনাবলৈ কলে। কিন্তু তেনেতে অমলাই কলে, দেউতাৰ পেটৰ বিষৰ দৰৱ এটা দি থৈ গৈছে। বিষ উঠিলে মোক দিবলৈ কৈ গৈছে।

বিষত তত নেপাই মই কলোঁ—"দে আই।"

অমলাই গৰম পানীৰে সৈতে দুটা পিল দিলে। খোৱাৰ দহ মিনিট-মানৰ পিছতে যেন ভাল পাই গলোঁ। অলপ সময়ৰ পাছত চিলমিলকৈ টোপনিও ধৰিলে।

সাৰ পাই দেখিছোঁ, বাহিৰত সুন্দৰ জোনাক। বাৰাণ্ডাৰ খিড়িকীত ৰৈ ৰজতে জোনাকৰ অপৰূপ শোভা চাইছে, আৰু অমলাই মোৰ ওচৰত বহি মোৰ ভৰি পিটিকিছে।

প্ৰমীলা নাই। মই কলোঁ—"ৰজত শুই থাকগৈ যা। ৰাতি বহুত হ'ল।"

ৰজতে এবাৰ আহি মোৰ কপাল চালে, পেটৰ বিষৰ উপশম হৈছে নে নাই সুধিলে। তাৰ পিছত অমলাক কলে, "তুমিও শুবগৈ পাৰা। যোৱা।"

ৰজত শুচি গ'ল। অমলা অলপ সময় থাকি নিজৰ ৰুমলৈ গ'ল। তাইৰ ৰুমত লাইট জ্বলিল। লাইট যি জ্বলিল, আৰু তাৰ পিছত নুনুমাল। জ্বলিয়েই থাকিল। মই আকৌ ধমক দি কলোঁ—"অমলা লাইটটো নুমাই শুই থাক।"

এইবাৰ মাত নেপালোঁ। আকৌ মাত মাতিলোঁ। তথাপি মাত নেপালোঁ। উঠি যাব খুজিলোঁ, কিন্তু উঠি যাবলৈ সাহ নহ'ল।

প্ৰমীলাক মাতিলোঁ, কিন্তু প্ৰমীলাৰো মাত নেপালোঁ। বিচনাত বৈ যেন বাহিৰৰপৰা অহা বতাহত, কাৰোবাৰ ফুচফুচনি উৰি অহা শুনিলোঁ। বতাহত গছৰ পাত লৰিলেই যেন ভয় হয়, ৰজতে অমলাই কথা পাতিছে। ওৰে ৰাতি মোৰ টোপনি নধৰিলে। খুব প্ৰত্যুষতে উঠি এবাৰ বাহিৰলৈ ওলাই গলোঁ। দেখিলোঁ, ৰজতৰ আৰ্ডালীটোৱে বাহিৰত টহল দিছে। তাক হাত বাউল দি সুধিলোঁ—"চাহাবৰ কালি ৰাতি কেনে টোপনি হ'ল?"

মোৰ প্ৰশ্ন শুনি আৰ্ডালীটো অবাক হ'ল। কলে—"বহুত ৰাতমে চাহাবকো ঘুম আয়া।"

চাহাবৰ ৰাতি সাৰে থকা অভ্যাসটো যে নতুন, এই কথা আৰ্ডালী-টোক কোৱাটো সমীচীন বোধ নকৰিলোঁ।

ৰাতিপুৱা দেখিলোঁ, অমলা আকৌ চাহ লৈ ৰজতৰ তালৈ গৈছে আৰু আহোঁতে যথেষ্ট পলম কৰিছে। আবেলি সাৰ পাই গম পালোঁ ৰজতৰ বন্ধু কেইজনমান আহিছে আৰু অমলাই নিসঙ্কোচে গৈ সিহঁত সকলোকে চাহ খুৱাইছে। লাহে লাহে ৰাতি হৈ আহিল আৰু

আগৰ দৰেই অমলাৰ কোঠাত বহুত ৰাতিলৈকে লাইট জ্বলিবলৈ ললে, আৰু ৰজতৰ বহুত নিশালৈকে টোপনি নধৰাকৈ থাকিল। ৰাতি মোৰ ওচৰলৈ অমলা আহিছিল দৰৱ আৰু পথ্য খুৱাবলৈ। তেতিয়া মন কৰিছিলোঁ, যেন তাইৰ প্ৰাণত অপাৰ আনন্দ। তাইৰ চকুৱে হাঁহিছিল, কপালে নাচিছিল আৰু মুখে যেন অব্যক্ত মুক্তিৰ ভাষা উচ্চাৰণ কৰিছিল। এই আনন্দৰ অৰ্থ কি, একো ধৰিব নোৱাৰিলোঁ।

তাৰ পিছদিনা আছিল বৃহস্পতিবাৰ। গধূলিলৈ প্ৰমীলাই লক্ষ্মীপূজা কৰিছিল। শেষ হোৱাৰ পিছত দেখিলোঁ নৈবেদ্য আৰু নিৰ্ম্মালি লৈ অমলা কোবাকুবিকৈ গৈছে ৰজতৰ কোঠালৈ। তাই যোৱাৰ লগে লগে কোঠাৰ লাইট জ্বলাৰ আৰু কথোপকথন হোৱাৰ শব্দ শুনিবলৈ পালোঁ। সাধাৰণতে ঘৰৰ বুঢ়া হিচাপে প্ৰসাদ-নিৰ্ম্মালিৰ ভাগ সদায় ময়েই পাইছিলোঁ আগতে, কিন্তু আজি সেই ভাগ ৰজতৰ গুৰিলৈ প্ৰথমে যোৱাত অনুভৱ হ'ল, এই ঘৰত হয়তো মোৰ আসন ক্ৰমাৎ নামি আহিছে আৰু তাৰ ঠাইত ৰজতৰ আসন ওপৰলৈ উঠিছে। বোধহয় সংসাৰৰ ৰীতিও সেয়ে। অলপ পিছত যেতিয়া অমলাই মোৰ নিৰ্ম্মালি আৰু প্ৰসাদ লৈ কোঠালৈ সোমাই আহিল তেতিয়া দেখিছোঁ, অমলাৰ গাত ৰজতে দিয়া সেই মহীশুৰ-চিল্কৰ শাৰীখন। খুব সুন্দৰ দেখাইছে তাইক।

মই প্ৰসাদ অলপ মূৰত লৈ, মুখত দিলোঁ। তাৰ পিছত সুধিলোঁ—"প্ৰশান্তৰ কিবা খবৰ পাইছ নে ?"

"নাই পোৱা।"

"তই চিঠি দিছ নে নাই ?

"নাই দিয়া।"

"এখন দিবি।"

অমলা গুচি গ'ল। তাৰ পিছত দুদিন মোৰ জ্বৰ বেছি হ'ল। ইন্দ্ৰিয়বোৰ বিকল হবলৈ ধৰিলে, আৰু লাহে লাহে ঘৰ-সংসাৰ এই-

মোৰ এটা অখণ্ডনীয় গধুৰ ভাৰ বুলি ভাবিবলৈ ধৰিলোঁ। বিচনাত মই অসাৰ আৰু দুৰ্ব্বল দেহ লৈ পৰি থাকোঁ; পুৰণি ৰোগ বুলি ঘৰৰ সকলোৰে মনত শুশ্রূষাৰ প্ৰাৰম্ভিক উদ্যম কমি আহিল। আৰু এনেও হ'ল যে প্ৰমীলাই কেতিয়াবা মই ভুৰত কেঁকাই থাকিলেও উভতি নেচায়। আনকি অমলায়ো আগৰ দৰে নিয়ম মতে দৰব খাবলৈ জোৰ নকৰে, খবৰ কৰিবলৈও পাহৰে। ৰজতৰ আলস্যও আগতকৈ বাঢ়িবলৈ ধৰিলে, আৰু সি আজিকালি নিজৰ কমৰপৰা আনকি খাবলৈও ভিতৰলৈ নাহে, কমতে গৈ অমলাই যতনাই দি, পৰিচৰ্য্যা কৰিব লাগে।

মোৰ প্ৰশান্তলৈ মনত পৰিবলৈ ধৰিলে। সি থাকিলে অন্ততঃ মোৰ দৰৱ আৰু পথ্য খোৱাত বেমেজালি নহয়। সেইদিনা দুপৰীয়া অমলা দৰৱ খুৱাবলৈ আহোঁতে মই সুধিলোঁ—"প্ৰশান্তলৈ চিঠি দিলি নে?"

"নাই দিয়া।"

"এই কি দিনে চিঠি এখন দিব পৰা নাই নে?"

অমলাই একো উত্তৰ নিদি ভিতৰলৈ সোমাই গ'ল। গধূলিলৈ দেখিছোঁ ঘৰলৈ এখন টেক্সি আহিছে। আৰু তাত উঠি প্ৰমীলা, অমলা আৰু ৰজত ফুৰিবলৈ গৈছে। চাকৰটোক মতাই অনাই সুধি গম পালোঁ যে, বিমলাৰ অসুখ। সেই কাৰণে খবৰ লবলৈ গৈছে।"

ৰাতি এঘোৰবলৈকে কাৰো খবৰ নাই। চাকৰটোৱে আনি দৰৱ আৰু পথ্য খাবলৈ দিছিলহি। কিন্তু অভিমানত খাবলৈ নহল। সেই নিৰ্জন মুহূৰ্ত্তত ভগৱানক মই প্ৰাৰ্থনা জনালোঁ যেন মোক এই বাৰ্দ্ধক্যৰ নিৰ্ব্বাসন আৰু নিৰ্য্যাতনৰপৰা তেওঁ সোনকালে উদ্ধাৰ কৰে।

ৰাতি দহমান বজাত, টেক্সি এখনত ৰজত আৰু অমলা অকলে ওলালহি। প্ৰমীলা কিয় বৈ আহিল, তাৰ কোনো কাৰণ বিচাৰি নেপালোঁ। ৰাতি এবাৰ অমলাই আহি কিবা খোৱাৰ কথা সুধিছিলহি,

কিন্তু মই মাত নিদিলোঁ, কাপোৰেৰে মুখ ঢাকি কাতি হৈ শুই থাকিলোঁ।

সেইদিনা ৰাতি মন কৰিলোঁ, ভাত খাওঁতে বহুত বেলি হ'ল ৰজত-হঁতৰ, আৰু কিমান বেলিলৈকে সিহঁত উজাগৰে থাকিল, তাকো গম নেপালোঁ।

ৰাতিপুৱা সাৰ পাই বৰ দুৰ্ব্বল অনুভৱ কৰিলোঁ। কিন্তু আন কেইবাৰৰ দৰে আৰু কাৰো আগত তাক প্ৰকাশ নকৰিলোঁ। প্ৰমীলাই কোনো খবৰ-খাবাৰ নিদিয়াকৈ গুচি যোৱাৰ বাবে মোৰ খুব খং উঠিছিল, কিন্তু বুজিলোঁ খং কৰি একো লাভ নাই। মোৰ শক্তি-সামৰ্থ্য কমি অহাৰ লগে লগে ঘৰখনৰ ওপৰতে মোৰ নিয়ন্ত্ৰণ কমি আহিছিল, আৰু ঘৰখনে বুজিছিল যে মই এতিয়া একমাত্ৰ ভগৱানৰ নিয়ন্ত্ৰণতহে আছোঁ।

পুৱা সেইদিনা অলপ বৰষুণ দিছিল। মোৰ পুৰণি শ্বাস ৰোগটোৱে হঠাতে উক দিলে। খুব কাহিবলৈ ধৰিলোঁ। অলপ পৰৰ পিছত আহি ৰজত ওলালহি। ওচৰতে বহি সুধিলে—"কাহ কেতিয়াৰপৰা হৈছে ?"

মই কলোঁ—"পুৱাৰপৰা।"

"ডাক্তৰ মাতিব লাগিব নেকি ?"

"নেলাগে। এটা কাম কৰ, প্ৰশান্তক টেলিগ্ৰাম কৰি মাতি পঠিয়া।"

ৰজতে কলে—"মই ডিব্ৰুগড়ৰপৰা ডাক্তৰ লৈ আহোঁ। কামত সি "জইন" কৰিছেগৈ হে।"

বৰ ৰুক্ষ স্বৰেৰে কলোঁ—"নেলাগে ডিব্ৰুগড়ৰ ডাক্তৰ। নিজৰ লৰা ডাক্তৰ থাকোঁতে, আনক মাতিব লাগে কিয় ?"

ৰজতে কলে—"সিতো ঘৰলৈ নাহোঁ বুলি কৈ গৈছে।"

"ঘৰলৈ কিয় নাহে, তাক মই জানো। তহঁতৰ উৎপাতৰ বাবেই সি ঘৰত নথকা হ'ল।"

ৰজতে খুব আঘাত পালে—“আমি মানে মইনো কি কৰিলোঁ তাক ?”

মই একো নেমাতিলোঁ। কিন্তু ৰজতে বুজি পালে এই ‘উৎপাত’ শব্দৰ অৰ্থ কি ? সি মোৰ মুখলৈ বহুত পৰ চাই থাকিল। তাৰ পিছত ধীৰে ধীৰে নিজৰ কমলৈ গুচি গ’ল। মোৰ দুখ হৈছিল, কিন্তু তাৰ দোষটোলৈ সামান্যভাৱে আঙুলিয়াই দি মনে মনে তৃপ্তিয়েই পাইছিলোঁ।

দুপৰীয়া দৰব খুৱাবলৈ আহোঁতে, অমলাক আকৌ সুধিলোঁ—“প্ৰশান্তলৈ চিঠি দিলি নে ?”

“নাই দিয়া।”

মোৰ খং উঠিল, কলোঁ—“ইমানদিনে ভাবিছিলোঁ দোষ তাৰেই, কিন্তু এতিয়া তহঁতৰ উৎপাত দেখি বুজিছোঁ, তোৰো গাত চেকা আছে।”

অমলাৰ মুখ ক’লা পৰি গ’ল। তায়ো বুজি পালে, কি উৎপাতৰ কথা কৈছোঁ মই।

গধূলি বেলিকালৈ মন কৰিলোঁ, অমলাই হঠাতে নিজকে আত্ম-গোপন কৰিছে, পাকঘৰৰ ভিতৰত। মই মাতিলেও তাইক নেদেখোঁ, ৰজতে মাতিলেও তাইক নেপায়। পাকঘৰৰ চাবি বেৰৰ মাজত তাই নিয়মমতে ৰান্ধে-বাঢ়ে, কথা কয়, আৰু মোলৈ দৰব-পথ্য পঠায় চাকৰটোৰ যোগেদি। একো ত্ৰুটি নাই পৰিচৰ্য্যাত, সকলোবোৰ নিয়মমতে চলিবলৈ ধৰিলে।

পিছদিনা পুৱা হঠাতে শুনিলোঁ, ৰজত অকলে মাৰ্ঘেৰিটালৈ গৈছে। প্ৰায় চাৰি ঘণ্টামানৰ মূৰত সি প্ৰমীলাক লৈ ওলালহি। প্ৰমীলা কেইবা দিনো ঘৰত নথকাৰ বাবে মই কোনো ব্যাখ্যা নুখুজিলোঁ, কাৰণ জানো মোৰ সেই প্ৰতিপত্তি আৰু নাই কাৰো ওপৰত। প্ৰমীলাই কাপোৰ-কানি সলাই, মোৰ গুৰিলৈ আহি সুধিলে—“আপোনাৰ অসুখ বেছি হৈছে নহয় নে ?”

“অঁ তুমি। মই দেখোন ভালেই আছোঁ।”

প্ৰমীলাই কলে—"মই বিমলাৰ তালৈ গৈছিলোঁ, তাইৰ হঠাতে জ্বৰ হৈ টান হৈ গ'ল।"

"কি হৈছিল ?"

প্ৰমীলাই কলে—"ক্লশিুছ হৈছে।"

"এতিয়া কেনে আছে ?"

"অলপ ভাল।"

"তেনে তুমি আহিলা কেলেই ?"

"কাৰণ আপুনি।"

"অ'।"

মই হাঁহিলোঁ, "আৰু একো কাৰণ নাই ? তাৰ মানে ঘৰখন খুব ঠিকে-ঠাকে চলিছে নহয় ?"

প্ৰমীলাই কলে—"আপুনি মানুহক মিছা সন্দেহ কৰে।"

মোৰ খং উঠিল, কলোঁ—"সঁচা নে মিছা মই জানো।"

প্ৰমীলাৰো খং উঠিল, কলে—"আপুনি বিচনাখনতে পৰি পৰি খালি লৰা-ছোৱালীবোৰক সন্দেহ কৰি থাকে। ফলত কি হ'ল এতিয়া। ৰজত কাইলৈ যাবগৈ।"

মই অলপ বিমৰ্ষ হলোঁ, কিন্তু নিজৰ কথা সুই কৰিবলৈ সাহস নহল। মই কলোঁ—"সি যদি জনা-বুজা লৰা হৈ তেনে কৰে, কৰক। মোৰ কবলৈ একো নাই।"

পিছদিনা সঁচাকৈয়ে ৰজত যাবলৈ ওলাল। নিৰ্দিষ্ট সময়ত দুপৰ বেলা মিলিটাৰী জীপ এখন আহিল, আৰু ৰজতে আমাক প্ৰণাম জনাই, অমলাৰপৰা বিদায় লৈ গাড়ীত উঠিল। মই কলোঁ—"ছুটী আছিলে, আৰু দুদিনমান নেথাকিলি কেলেই ?"

ৰজতে হাঁহি কলে—"সেই কথা আপুনি জানেই দেখোন।"

প্ৰমীলাই সুধিলে—"আকৌ কেতিয়া আহিবি ?"

ৰজতে উত্তৰ দিলে—"ভগৱানে জানে। আহিলেও আলহী হৈ হে

আহিম। ইয়াত জানো মোৰ কিবা স্থান আছে? অ' দেউতা, প্ৰশান্তলৈ মই টেলিগ্ৰাম কৰি দিছোঁ—আহিবৰ বাবে।"

কথাষাৰ কৈয়েই, সি গুচি গ'ল।

খন্তেক পৰলৈ প্ৰমীলাৰ কান্দোন চলিল। মই বুজিলোঁ আৰু এটা লবা অভিমান কৰি ঘৰ এৰি গুচি গৈছে। মই আঘাত পালোঁ, চৌদিশ অন্ধকাৰ দেখিলোঁ, কিন্তু বুজি নেপালোঁ—মোৰ ভুল হ'ল ক'ত?

সেইদিনাৰেপৰা অমলাৰ আত্মগোপনৰ মাত্ৰা অধিক হ'ল, প্ৰমীলাৰ খং, অভিমান আৰু ভ্ৰমণ অধিক হবলৈ ধৰিলে। ময়ো নিজৰ দেহক অধিক অৱহেলা কৰিবলৈ ধৰিলোঁ।

দুদিনৰ মূৰত এখন টেলিগ্ৰাম পালোঁ। প্ৰশান্ত দুদিনৰ কাৰণে আহিম বুলি লিখিছে। টেলিগ্ৰামখন পাই অমলাক মতালোঁ।

অমলা আহিল। কিন্তু দেখিলোঁ অমলা আগৰ অমলা নাই, বিবৰ্ণ আৰু ভয়ঙ্কৰ হৈ উঠিছে।

সুধিলে—"কিয় মতাইছিল?"

"এইখন টেলিগ্ৰাম, প্ৰশান্তৰ।"

টেলিগ্ৰামখন ললে তাই, কলে—"কি লিখিছে?"

"আজি আহিব সি।"

অমলাই কলে—"আহক।"

মই দেখিলোঁ অমলাৰ মুখত ৰং নাই, এটা অবুজ বেজাৰে মুখমণ্ডল ছাটি ধৰিছে।

মই কলোঁ—"এইবাৰ সি আহিলে মই কম তোক লৈ যাবলৈ।"

অমলাই উত্তৰ দিলে—"আৰু প্ৰয়োজন নাই দেউতা!"

"কিয়?"

"সেই কথা আৰু আপোনালোকক কৈ লাভ নাই। ভগৱানক কম।"

অমলা গুচি গ'ল।

প্ৰমীলায়ো টেলিগ্ৰামখন দেখি একো উৎসাহ নেদেখুৱালে, বৰং যেতিয়া প্ৰশান্ত আহিবৰ সময় হ'ল, তেতিয়া তেওঁ টেক্সিৰে অকলেই মাৰ্ঘেৰিটালৈ গুচি গ'ল—বিমলাৰ বেমাৰৰ খবৰ কৰিবলৈ। অথচ বিমলাৰ তালৈ প্ৰশান্তক লৈ যোৱা হলে তেওঁৰ কাম বহুত সহজ হ'ল-হেঁতেন। বিমলাৰ চিকিৎসাবো সি দিহা-পোহা দিব পাৰিলেহেঁতেন।

ঘৰখনত কোনেও কাৰো কথা নুশুনা হৈছে। মই অমলাক বিচাৰিছিলোঁ, কিন্তু অমলাই—পুখুৰী-পাৰত কাপোৰ ধুবলৈ গৈছে, আহোঁতে পলম হব বুলি খবৰ পঠিয়ালে।

মই ওৰে দিন পাটীতে চটফটাই আছিলোঁ। কোনো আহি এষাৰ মাত লগাওঁতা নোহোৱা হ'ল ঘৰখনত। নিজেও উঠি যাব নোৱাৰা হলোঁ। তেনেতে পিয়নটো আহিল; বজতে এখন চিঠি দিছে। চিঠিখন মোৰ নামত। লৰালৰিকৈ খামটো খুলি চিঠিখন পঢ়িবলৈ ধৰিলোঁ—

"শ্ৰদ্ধেয় দেউতা!

মই আজি ফ্ৰণ্টলৈ যামগৈ। যোৱাৰ আগতে আপোনাৰ আশীৰ্ব্বাদ বিচাৰিছোঁ। শুনিছোঁ চীনে খুব সৈন্য-সামন্ত গোটাই পুনৰ সমৰায়োজন কৰিছে। যুদ্ধ যদি হয় তেন্তে এইবাৰ আগতকৈও ভয়ানক যুদ্ধ হব। আশীৰ্ব্বাদ কৰিব যাতে দেশৰ সুনাম ৰক্ষা কৰিব পাৰোঁ। এইবাৰ বোধহয় আমাক ন-পদ্ধতিৰে যুদ্ধ কৰিবলৈ শিক্ষা দিব—বিশেষকৈ পৰ্ব্বতীয়া অঞ্চলত যুদ্ধ কৰিবলৈ।

প্ৰশান্ত আহিব পায়, যদি আহে তাক কব মই চিৰদিনৰ বাবে অমলাৰ ওপৰত মোৰ দাবী ত্যাগ কৰি আহিছোঁ। অমলাক যে পাহৰিব পৰা নাই, সেই কথা অস্বীকাৰ কৰা মোৰ ভুল হব। অমলাৰো মনত মোৰ স্মৃতি মাৰ যোৱা নাই। আপুনি 'উৎপাত' বুলি যিবোৰ ভাবিছিল, সেইবোৰ উৎপাত নাছিল, নতুন পৰিস্থিতিত আমি নিজক খাপ খুৱাই লওঁ, তাৰেই চেষ্টা চলিছিল। হৃদয়ক পুনৰ

সংস্থাপন কৰা বৰ জটিল কাম। শেহত দেখিলোঁ সেই কাম কৰিবলৈ যোৱাও সম্ভৱপৰ নহয়। প্ৰশান্তয়ো অমলাক ভুল বুজিছে, আপোনা-লোকেও তাইক ভুল বুজিলে। বাহিৰৰ নিয়মমতে অন্তৰক শাসন কৰা টান। সেইবাবে মই থিৰাং কৰিলোঁ ঘৰখনৰ মঙ্গলৰ বাবে মই আঁতৰি আহিব লাগিব চিৰদিনৰ বাবে।........"

চিঠিখন আৰু পঢ়িব নোৱাৰিলোঁ। বজতে চৰম ত্যাগ কৰি আমাৰ সকলোকে এক প্ৰকাৰ তাৰ মহত্বৰ বলেৰে পৰাজিত কৰি গ'ল। এই ত্যাগৰ অধিকাৰী অমলা বা প্ৰশান্ত হব পাৰিলেহেঁতেন। কিন্তু সিহঁতৰ মন উদাৰ নহয়।

মই অমলাক মাতিলোঁ কিন্তু অমলা তেতিয়াও পুখুৰীৰপৰা অহা নাছিল। চাকৰটোৰ হাতত চিঠিখন দি পঠালোঁ।

তেতিয়া আবেলি হৈছে। মোৰ গা আগতকৈও অলপ বেয়ালৈ গৈছে। বৰ দুৰ্ব্বল শৰীৰ, চকুৰ পতাবোৰ দাঙিবলৈকে যেন শক্তি নাই। বাহিৰত এজাক কোমল পাতল বৰষুণ দিছে। কেউফালে এটা উদাস ৰাগিনী বাজিছে। মই অনুভৱ কৰিলোঁ, মই এটা শিশু, মোক ডাৱৰীয়া আকাশৰ সিপাৰৰপৰা কোনোবা মাতৃয়ে মাতিছে। কৈছে, 'আহ আহ আহ, তোৰ ঘৰলৈ ঘূৰি আহ।' কোনো চিকিৎসালৈ মোহ নাইকিয়া হৈছে। ঘৰখনৰ করুণ অৱনতি দেখিও যেন আজি বেজাৰ লগা নাই। অদৃষ্টই যেন অৱশ্যম্ভাৱীটোকে ঘটাইছে। অদৃষ্টও হয়তো মানুহৰেই ৰচনা। যাৰেই নহওক, এক অৱশ্যম্ভাৱী করুণ পৰিণতিৰ উদ্দেশ্যে আগবাঢ়িছে জীৱনটো। বজত গ'ল, হয়তো ঘূৰি নাহে। প্ৰশান্ত দুদিনৰ বাবে আহিব। প্ৰমীলা হয়তো ঘূৰি আহিব মাৰ্ঘেৰিটাৰপৰা। কিন্তু প্ৰমীলাৰ আৰু কোনো ৰাপ নাইকিয়া সংসাৰত। আমাৰ সংসাৰখন হঠাতে ভাগি গৈছে, হয়তো তাক আকৌ পুনৰ নিৰ্ম্মাণ কৰিব নোৱাৰি।

মোৰ শেষ আশা আছিল, অমলা। কিন্তু তাইকো বুজিব নোৱাৰা

হৈ আহিছোঁ। গধূলি বেলিকা প্ৰশান্ত ওলালহি। সুন্দৰ শৰীৰ। পৰ্ব্বতৰ জল-বায়ুত আৰু ধুনীয়া হৈ পৰিছে। সি আহোঁতে কোনো পদূলিমুখত বৈ থকা নাছিল। প্ৰকৃতিতো কোনো আদৰ-অভ্যৰ্থনাৰ আয়োজন দেখা নাছিলোঁ। সি আহিল, নিজৰ কোঠালৈও নগল, বিচনা-পাটীবোৰ বজতৰ কোঠালৈ নিয়ালে। মোৰ গুৰিলৈ আহি হাঁহি মোক পৰীক্ষা কৰিবলৈ লাগি গ'ল। পৰীক্ষা কৰাৰ পাছত সি নিজৰ বেগ খুলি দৰব উলিয়ালে, তাৰ পিছত মোক খুৱাই দিলে।

তাৰ পিছত দুই এটা কথা সুধি, মোৰ ওচৰত বৈ থাকিল। অমলালৈ মই খবৰ পঠালোঁ, চিঞৰিলোঁ। কিন্তু অমলাই আত্মগোপন কৰিয়েই থাকিল। বহুত পৰলৈকে চাহ-তাহ নোখোৱাকৈ প্ৰশান্ত থিয় হৈ থকা দেখি, মোৰ খং উঠিল অমলাৰ ওপৰত। চাকৰটোক মাতি কলোঁ—"বাইদেৱেৰক মাত, ক'ত আছে!"

চাকৰটোৱে সেমেনা-সেমেনি কৰি কলে—"নাই, ওলাই গৈছে।"

"ক'লৈ ?"

"কব নোৱাৰোঁ, একো কৈ যোৱা নাই।"

মোৰ মূৰটো ঘূৰাবলৈ ধৰিলে। মই চিঞৰিলোঁ—"প্ৰশান্ত, মোক ধৰচোন ধৰ। মোৰ কিবা এটা হ'ল।"

প্ৰশান্তই ধৰা গম পালোঁ, কিন্তু তাৰ পিছত একো গম নাপালোঁ।

# চিনাকি

: আমাৰ প্ৰকাশিত সাহিত্য-সম্ভাৰ :

**হেম বৰুৱা :**

॥ ইজৰাইল ॥

মন ময়ূৰী ॥

॥ আঁচুফুল ॥

**পদ্ম বৰকটকী :**

॥ জীৱন এষণা ॥

॥ ৰীতাৰ প্ৰেম ॥

॥ কোনো খেদ নাই ॥

**হোমেন বৰগোহাঞি :**

॥ গল্প আৰু নক্সা ॥

**ৰমা দাশ :**

॥ জাহ্নৱী ॥

**কুমাৰ কিশোৰ :**

॥ ৰং আৰু ৰেখা ॥

**নিৰোদ চৌধুৰী :**

॥ নিশিগন্ধা ॥

**মহেন্দ্ৰ বৰঠাকুৰ :**

॥ উদাসী সন্ধ্যা ॥

**উমেশ দত্ত :**

॥ বিপ্লৱী হৰদত্ত ॥ ( নাটক )

**আব্দুল মালিক :**

॥ আধাৰশিলা ॥

॥ ৰজনীগন্ধাৰ চকুলো ॥

॥ স্বাক্ষৰ ॥

॥ পৰশ-মণি ॥

॥ ৰূপতীৰ্থৰ যাত্ৰী [ ১ম খণ্ড ] ॥

॥ ৰূপতীৰ্থৰ যাত্ৰী [ ২য় খণ্ড ] ॥

॥ শিল আৰু শিখা ॥

**বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য :**

॥ শতঘ্নী ॥

**লক্ষ্মীনন্দন বৰা :**

॥ মাজত তৃষাৰে নৈ ॥

॥ গঙা চিলনীৰ পাখি ॥

॥ নিশাৰ পুৰবী ॥

॥ অচিন কইনা ॥

**তিলক দাস :**

॥ এই ৰং এই সুৰভি ॥

**হেমলতা বৰা :**

॥ সেউজীয়া পাহাৰৰ মাজে মাজে ॥

...**ইত্যাদি ।**

**॥ মিত্ৰ এজেঞ্চি এণ্ড কোং ॥ তিনিচুকীয়া ॥ অসম ॥**